# আদিচৰিত

বা

## লক্ষ্মীপুৰৰ আদিম বুৰঞ্জী

আৰু

## অসমীয়া ভূঞাসকলৰ সৌৰৱণী।

---



৺ মাধৱদেৱৰ দ্বাৰা ৰচিত।

---

শ্রীভাৰতচন্দ্র দাস বি, এব দ্বাৰা
প্রকাশিত।

গুৱাহাটী, আসাম।

[illegible]




## পাতনি

এই পুৰণি পুথিখনি পোহৰলৈ উলিওৱা হল। ইয়াত যে খুঁত থাকিল তাক নকলেও হয়। সজ পাত্ৰৰ হাতত পৰা হলে অৱশ্যে সেইবোৰৰ বহুতো কমিলহেতেন, তাক আমি দুই নকৰোঁ। ৰিজাবলৈ দ্বিতীয় পুথি এখনি বিচাৰি পোৱা নহল; গতিকে দেশ কালৰ গতিলৈ চাই আমি ইয়াক "যথা দৃষ্টং তথা লিখিতং" কৰি থোৱা হৈছে। সাধুসকলে আমাৰ সেইফেৰা দোষ মৰষিব বুলি আশা কৰিলোঁ।

আজিকালি উঠি-অহাসকলে বাপোতিসাগোনলৈ মুখ মেলি নাথাকে; কাৰণ, তেওঁলোকে নিজে আৰ্জ্জা ধনেৰে চহকী। প্ৰকাৰান্তৰে আমাক অলপ অৰ্থ অপব্যয়ৰ দোষে চুৱা বুলি যে তেওঁলোকে কব সেই কথাৰ গম পাইও সেই দোষ কৰা হল; কিয়নো কিৰ্পিণে হাজাৰ গঞ্জনা সহিও নাতিপুতিলৈ বুলি ধন পুতি থয়। সম্প্ৰতি আলোচনীৰ সভ্য এজনকো সেই দোষে চুইছে বুলি অনুমান হয়। তেওঁ লাগি-ছাটি নধৰা হলে কিজানি এই দোষ কৰিবলৈ সাহ নহলহেতেন। সেই দেখি এই ছেগতে তেওঁৰো শলাগ লৈ থোৱা হল।

পুথি সম্বন্ধে আমাৰ বহুতো মন্তব্য আছে। ইয়াত তাৰ বকলা মেলি ৰাইজৰ মূৰ কামোৰণি তুলিবৰ মন নাই;

আৰু আমাৰ মন্তব্যও নিম্নান সাকৰা নহব পাৰে। সময় আৰু ছেগ বুজি ইয়াৰ অলপ আলচ কৰিবলৈ মন থাকিল। ইতিমধ্যে জনা-বুজাসকলে ভেউঁলোকৰ মন্তব্য শুনাই আমাক সেই কামত সহায় কৰিব বুলি আশা কৰিলোঁ।

গুৱাহাটী
১০।২।১৯২৮

প্ৰকাশক।

শ্রীকৃষ্ণায় নমো নমঃ

# আদি চৰিত

## পদ

জয় জয় জগত ঈশ্বৰ কৃষ্ণদেৱ।
তাহান চৰণে পৰি মই কৰোঁ সেৱ॥
শঙ্কৰ বদতি আৰে শুনা নৰেশ্বৰ।
আমাৰ বংশৰ কথা কৰিবোঁ প্ৰচাৰ॥ ২
আদি যে চৰিত্ৰ নাম পৰম শোভন।
তোমাৰ আগত মই কহোঁ অনুক্ষণ॥
নৰনাৰায়ণে শুনি বুলিলা সাদৰি।
তোমাৰ বংশৰ কথা শুনো থিৰ কৰি॥ ৪
কি কাৰণে ভূঞা বোলে কহিয়ো নিছয়।
আদি অন্ত কথা মোত কহিবে লাগয়॥
এহি বুলি মৌন ভৈলা পাচে নৰৰাই।
শঙ্কৰে মাতিলা নৃপতিৰ মুখ চাই॥ ৬
শঙ্কৰ বদতি কথা শুনা নৰেশ্বৰ।
সমস্ত কহিবোঁ কথা আমাৰ বংশৰ॥

যদ্যপি আমাৰ বংশ আছয় বিস্তৰ ।
সাৰ সাৰ বাছি কহোঁ শুনা নৃপবৰ ॥ ৮
তেজপুৰ সৌমাৰ পীঠত যত যত ।
ৰত্নপুৰ নামে গ্ৰাম জগতে প্ৰখ্যাত ॥
ৰত্নপুৰ নামে তথা আছয় নগৰ ।
আৰিমত নামে তৈতে ভৈলা নৰেশ্বৰ ॥ ১০
ভৈৰবী, দিচাং, ব্ৰহ্মপুত্ৰৰ মধ্যত ।
মহা চক্ৰবৰ্ত্তী ৰজা নামে আৰিমত ॥
ষোড়শ বৰিষ ভোগ কৰি পৃথিবীক ।
অন্তকালে সেহি ৰজা গৈলা পৰলোক ॥ ১২
পৃথিবীত তান কিছু সন্তান নবৈলা ।
সেহি ৰাজ্যখান পাছে অৰাজক ভৈলা ॥
তাহান প্ৰধান মন্ত্ৰী নামত সমুদ্ৰ ।
তান পুত্ৰ মন্ত্ৰী ভৈলা মনোহৰ শূদ্ৰ ॥ ১৪
শূদ্ৰকুলে চূড়ামণি ভৈলন্ত সুন্দৰ ।
সেহিসে কাৰণে নাম থৈলা মনোহৰ ॥
সমুদ্ৰ মন্ত্ৰীয়ো পাচে পৰলোকে গৈলা ।
সিটো নগৰত মন্ত্ৰী মনোহৰ ভৈলা ॥ ১৬
অৰাজ্য দেশত মন্ত্ৰী ভৈলা মনোহৰ ।
স্বতন্ত্ৰ স্বৰূপে সিটো পালিলা নগৰ ॥
ভুজবলে মনোহৰে পালিলা দেশক ।
সেহিসে কাৰণে ভূঞা বোলয় তাহাক ॥ ১৮

শশী নামে কন্যা এক কৰিলা বিবাহ।
পৰম সুন্দৰ কন্যা ভৈলা গৃহবাস ॥
ভাৰ্য্যায়ে সহিতে ভোগ কৰিলা অনেক।
অপুত্ৰক ভৈলা তেহুঁ পুত্ৰ নভৈলেক ॥ ২০
বৃদ্ধকালে তান এক কন্যা জন্ম ভৈলা।
বিধিব্ৰতে মনোহৰে লক্ষ্মী নাম থৈলা ॥
ত্ৰৈলোক্য মোহিনী কন্যা লক্ষ্মী সমসৰ।
পূৰ্ণ্ণচন্দ্ৰ সমসৰ দেখিতে সুন্দৰ ॥ ২২
লক্ষ্মীৰ ভৈলেক আসি সপ্তম বছৰ।
শশী মনোহৰ দুয়ো গৈলা লোকান্তৰ ॥
পিতা-মাতা দুয়োজন পৰলোক ভৈলা।
হেন দেখি লক্ষ্মী পাচে গুণিবাক লৈলা ॥২৪
মহা যত্ন কৰি লক্ষ্মী দুৰ্গাক চিন্তিলা।
তুষ্ট হুয়া ভগৱতী আগে দেখা দিলা ॥
কিকাৰণে চিন্তিলাহা মন্ত্ৰীৰ নন্দনী ?
লক্ষ্মীক আশ্বাসি হেন বুলিলন্ত বাণী ॥২৬
হেন দেখি লক্ষ্মী পাচে মাতিলা উমাক।
শঙ্কটে পৰিলোঁ মাতা নিস্তাৰিয়োঁ মোক ॥
পিতা-মাতা পৰলোক মোৰ কেহুঁ নাই।
কোনে মোক প্ৰতিপাল কৰিবে সদাই ॥২৮
বিপাজে পৰিলো আবে নিস্তাৰিয়ো মাতা।
হেন শুনি বুলিলন্ত শঙ্কৰ বনিতা ॥

তুষ্ট ভৈলোঁ। তোত মই জানা সাৰে সাৰ।
পঞ্চগুটি অক্ষৰ মন্ত্ৰ দিলোঁহুঁ আমাৰ ॥৩০
ধ্যান কৰি মন্ত্ৰ তই চিন্তি মনে মনে।
যাক স্বামী বাঞ্ছা কৰ পাইবি অশুক্ষণে ॥
এহি বুলি অন্তৰ্দ্ধান ভৈলা ভগৱতী।
হেন দেখি লক্ষ্মী ভৈলা আনন্দিত মতি ॥৩২
মন্ত্ৰ পায়া নিজ গৃহে লক্ষ্মী চলি গৈলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ॥
লক্ষ্মীৰ আসিয়া ভৈলা দ্বাদশ বৰিষ।
লম্বিত শ্ৰীফল যেন বাঢ়ে আসৰিস ॥ ৩৪
গোসানীৰ মন্ত্ৰ চিন্তি কৰিলন্ত থিৰ।
মন্ত্ৰ পঢ়ি চিন্তিবে লাগিলা দিবাকৰ ॥
ধ্যান কৰে মন্ত্ৰ মনে নকৰি হেলন।
লক্ষ্মীৰ আগত ৰবি দিলা দৰিশন ॥ ৩৬
যেতিক্ষণে ৰবি আসি আগে উপস্থিত।
লক্ষ্মীয়ে কৰিলা স্তুতি পৰি চৰণত ॥
লক্ষ্মীৰ স্তুতিত তুষ্ট কাশ্যপ কুমাৰ।
বুলিলা লক্ষ্মীক পাচে দেৱ দিবাকৰ ॥ ৩৮
কাহাৰ নন্দনী তুমি থাকা কোন ঠাই?
কিবা জাত তোমাহেৰ কহিয়ো বুজাই ॥
কিকাৰণে চিন্তিলাহা মন্ত্ৰ উচ্ছাৰিয়া ?
লক্ষ্মীয়ে বোলন্ত বাক্য চৰণে পৰিয়া ॥ ৪০

মন্ত্ৰীৰ নন্দনী আমি লক্ষ্মী নাম মোৰ।
মনোহৰ নামে পিতৃ জানিবা আমাৰ ॥
শূদ্ৰকুলে জাত মই মন্ত্ৰী-ঘৰে বাস।
তোমাৰ চৰণ প্ৰভু কৰিলোঁহুঁ আশ ॥ ৪২
এহিমতে লক্ষ্মী স্তুতি কৰে ধীৰে ধীৰ।
মোৰ স্বামী হৈবা প্ৰভু তুমি দিবাকৰ ॥
হেন শুনি সূৰ্য্যদেৱে সম্ভোগ কৰিলা।
লক্ষ্মীৰ গৰ্ভত দুই পুত্ৰ জাত ভৈলা ॥ ৪৪
শান্তানু, সুমন্ত নামে দুইগুটি সন্তান।
সূৰ্য্যৰ সদৃশ ৰূপ ভিন নাহি আন ॥
যৱঞ্জা দুইগুটি পুত্ৰ দেখিতে সুন্দৰ।
লক্ষ্মী সমে আনন্দে চাহন্ত দিবাকৰ ॥ ৪৬
সেহি বেলা লক্ষ্মী সতী বুলিলা বচন।
মোৰ গৰ্ভে জাত পুত্ৰ ভৈলা যৱঞ্জান ॥
কৈতবা থাকিবে পুত্ৰ জীবে কেন কৰি।
হেন শুনি সূৰ্য্যদেৱে বুলিলা সাদৰি ॥ ৪৮
বৰ লৈয়ো লক্ষ্মী তুমি মনে যিবা লয়।
অভিৰুচি বৰ দিবোঁ কহিলোঁ নিশ্চয় ॥
হেন যদি বচন বুলিলা দিবাকৰ।
লক্ষ্মীৰ মনত ৰঙ্গ মিলিল বিস্তৰ ॥ ৫০
মোহোৰ পিতৃৰ সম পুত্ৰ নাতি হৌক
ৰতনপুৰৰ প্ৰজা সমস্তে খাটোক ॥

সেহি নগৰৰ মন্ত্ৰী হৌক পুত্ৰ নাতি
ৰজাতো অধিক তান ৰহোক খিয়াতি ॥৫২
বিশ্বনাথ নগৰৰ ৰাজা আৰিমত ।
তান ঘৰে ঐশ্বৰ্য্য আছিল যত যত ॥
ততোধিক শত গুণে ঐশ্বৰ্য্য মিলোক ।
প্ৰথমতে বৰ মোক দিয়া এহি হৌক ॥৫৪
দ্বিতীয় বৰক মাগোঁ স্বামী দিবাকৰ ।
মোৰ নামে খ্যাতি হৌক গ্ৰাম লখিমপুৰ ॥
এহি দুই পুত্ৰ হন্তে হৌক বহু নাতি ।
সমস্তৰে ভূঞা নাম ৰহোক খিয়াতি ॥ ৫৬
চিৰকালে যত যত নাতিগণ হৈব ।
ভূঞাৰ তনয় হেন খিয়াতি থাকিব ॥
পৰিবাৰ বিস্তৰ হউক নাতিগণ ।
ভূঞাৰ তনয় বোলন্তোক সৰ্ব্বজন ॥ ৫৮
তুমি থাকা মানে মোৰ বংশ থাকন্তোক ।
অন্তকালে মোৰ যেন স্বৰ্গবাস হৌক ॥
ত্ৰিতয় বৰক দিয়া পূৰ্ণ হৌক মন ।
সমৰে বিজয় হৌক পুত্ৰ নাতিগণ ॥ ৬০
মন্ত্ৰ সমে জয় বৰ হৌক পুত্ৰনাতি ।
পিতৃৰাজ্যে পুত্ৰনাতি জয় হৌক আতি ॥
যদি শত্ৰু পিতৃৰাজ্যে আসি কৰে ৰণ
তাহাক জিনোক মোৰ পুত্ৰ নাতিগণ ॥৬২

ভকতি মুকুতি পাওক মোৰ পুত্ৰনাতি।
এাহ তিনি বৰ মোক দিয়া দিনপতি॥
এতেক বুলিয়া লক্ষ্মী মৌনে ৰহি আছে।
সিদ্ধি হৌক বুলি বৰ সূৰ্য্যে দিলা পাচে ॥৬৪
সূৰ্য্য নিগদতি লক্ষ্মী শুনিয়ো বচন।
মহা যে বৈষ্ণৱ হৈব পুত্ৰ দুইজন ॥৫৯১ শকে॥
তোমাৰ বাপৰ ৰাজ্যে বৰ মন্ত্ৰী হৈব।
অনেক ঐশ্বৰ্য্য সুখ গৃহতে লভিব ॥ ৬৬
তোমাৰ নামত গ্ৰাম হৈব লখিমপুৰ।
তথাতে বসতি প্ৰিয়া হইবে তোমাৰ ॥
অনেক ঐশ্বৰ্য্য সুখ হৈবেক তথাত।
লখিমপুৰ নাম হৈব জগতে প্ৰখ্যাত ॥ ৬৮
শাস্ত্ৰাসু সুমন্ত এই দুই তনয়ৰ।
ভূঞা নাম হৈবে খ্যাত দ্বীপদ্বীপান্তৰ ॥
তাসম্বাৰ বাঢ় বাঢ় পুত্ৰ হৈবে জাত।
বাঢ় ভূঞা নাম হৈবে জগতে প্ৰখ্যাত ॥ ৭০
তাসম্বাৰ পুত্ৰনাতি অসংখ্যাত হৈব।
মোৰ বৰে সমস্তেয়ো ভূঞা নাম পাইব ॥
অনেক ঐশ্বৰ্য্য হৈব তোমাৰ পুত্ৰনাত।
পৃথিবীত বাঢ় ভূঞা ৰহিব খিয়াতি ॥ ৭২
পঞ্চাধিক আশী বৰ্ষ তুমি প্ৰিয়া জীবা।
মোৰ বৰে অন্তকালে স্বৰ্গক লভিবা ॥

তুমি থাকা মানে পুত্ৰ একত্ৰে থাকিব ।
ভগৱন্তে দুই কথা দুইয়ো নকৰিব ॥ ৭২
বিভাগিয়া দুই থানে দুইজনে যাই ।
শান্তানু পূজিবে জানা দুৰ্গাদেৱী আই ॥
লখিমপুৰে বাস হৈব পুত্ৰ শান্তানুৰ ।
ৰামপুৰে বাস হৈব পুত্ৰ সুমন্তৰ ॥ ৭৬
গোবিন্দক চিন্তিবেক সুমন্ত সন্ততি ।
কেৱলে কৃষ্ণৰ পাৱে কৰিবে ভকতি ॥
বিষয় ঐশ্বৰ্য্য সুখ একো নচাহিব ।
চতুৰ্দ্দশ সন্তানে সন্ত মহন্ত পাতিব ॥ ৭৮
শান্তানুৰ নাতিগণে বিষয় কৰিব ।
মোৰ বৰে দুই বংশে ভূঞা নাম পাইব ।
ব্ৰহ্মপুত্ৰ মধ্যে কৰি উত্তৰ পাৰত ।
শান্তানু পুত্ৰৰ থান হৈব সিপাৰত ॥ ৮০
সুমন্ত পুত্ৰৰ থান হৈব দক্ষিণত ।
ৰামপুৰ নামে গ্ৰাম জগতে প্ৰখ্যাত ॥
মই যত দিন বৰ্ষো আকাশত ৰহি ।
কলিযুগে যত দিন থাকিবেক বহি ॥ ৮২
তত দিন পৃথিৱীত বংশ থাকিবেক ।
মোৰ বৰে দুই বংশ ভূঞা বুলিবেক ॥
সহজে বৈষ্ণৱ হৈবে পুত্ৰ দুইজন ।
সেহি ভাৱে প্ৰবৰ্ত্তিব নাতি সৰ্ব্বজন ॥ ৮৪

এহিমত এৰিবেক যেহি বংশগণ ।
অন্য ভাৱে প্ৰবৰ্ত্তিব জানিবা কাৰণ ।
সেহি বংশে দুখ পাইব হৈবে পৰাধীন ।
তজু আগে কৈলোঁ লক্ষ্মী স্বৰূপ বচন ॥ ৮৬
সূৰ্য্য নিগদতি লক্ষ্মী শুনিলা কাৰণ ।
এহি দুই বৰ দিলোঁ পূৰ্ণ হৌক মন ॥
প্ৰথম দ্বিতীয় বৰ দিলোঁহু সুন্দৰী ।
তৃতীয় বৰৰ কথা শুনা প্ৰাণেশ্বৰী ॥ ৮৮
জন্মি আছে শিশু কেনমতে মন্ত্ৰ লৈব ।
নাতিগণে পাচে জন্মি কেনে মন্ত্ৰ পাইব ॥
পুত্ৰ নাতিগণৰ খুজিলা জয় বৰ ।
পূৰ্ব্বে বৰ দিবোঁ বুলি কৰি অঙ্গীকাৰ ॥ ৯০
নিদিলে নহয় বৰ দিবাক দুষ্কৰ ।
জয় মন্ত্ৰ নপাইলেও নিজিনে সমৰ ॥
ইসব দুষ্কৰ বৰ খুজিলাহা মোক ।
হেন বাক্য শুনি লক্ষ্মী পাইলেক শোক ॥ ৯২
কিছু নুবুলিয়া লক্ষ্মী মৌন হুয়া আছে ।
লক্ষ্মীৰ আশয় সূৰ্য্যে বুজিলন্ত পাচে ॥
সূৰ্য্যে দেখিলন্ত জায়া মহাশোক পাইলা ।
মমতৰ ভাৱে পুনু বুলিবাক লৈলা ॥ ৯৪
শুনা শুনা প্ৰিয়া এক উপায় আছয় ।
বিজয় মন্ত্ৰৰ জয় দিবোঁহু নিশ্চয় ॥

তজু পুত্ৰ মন্ত্ৰীগণে পাইব মন্ত্ৰ জয় ।
হেন শুনি লক্ষ্মী ভৈলা আনন্দ হৃদয় ॥ ৯৬
সেহি বেলা সূৰ্য্যদেৱে কৰে কাপ ধৰি ।
ৰণজয় মন্ত্ৰক লিখিলা যত্ন কৰি ॥
ধাতু তাম্ৰক্ষৰ লিখিলা শাস্ত্ৰখান ।
নিজ হস্তে সূৰ্য্যদেৱে কৰিলা নিৰ্ম্মাণ ॥ ৯৮
অতি বিচক্ষণ শাস্ত্ৰ ধাতু তাম্ৰক্ষৰ ।
কল্পতৰু নামে শাস্ত্ৰ পৰম সুন্দৰ ॥
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ দশ দিগপালগণ ।
সমস্তৰে বীজ মন্ত্ৰ লিখিলা যতন ॥ ১০০
লক্ষ্মী সৰস্বতী জগধাত্ৰী দশভুজা ।
ভিনে ভিনে লিখিলন্ত সমস্তৰে পূজা ॥
যাৰ যেন পূজা মন্ত্ৰ যাৰ যেন ধ্যান ।
সেহিমতে শাস্ত্ৰখান কৰিলা নিৰ্ম্মাণ ॥ ১০২
যেহি দেৱতাৰ মন্ত্ৰে পূজাক কৰয় ।
ভুকুতি মুকুতি সুখ নিছয়ে পাৱয় ॥
হেন কল্পতৰু নামে শাস্ত্ৰক লিখিলা ।
বিজয়ৰ বীজ চণ্ডী মন্ত্ৰক নিৰ্ম্মিলা ॥ ১০৪
মনত বোলন্ত সূৰ্য্য মোৰ পুত্ৰ দুই ।
স্বভাৱে বৈষ্ণৱ হৈবে জানোহোঁ নিশ্চয় ॥
যিবা বৰ লক্ষ্মী মোত খুজিয়া আছয় ।
জ্যেষ্ঠপুত্ৰ শাম্বাসুৰ উপকাৰ হয় ॥ ১০৬

কনিষ্ঠৰ উপকাৰ কিছু মুখুজিলা ।
মই জানো ইটো কথা লক্ষ্মী পাসৰিলা ॥
যেনমতে দুইৰো উপকাৰ হৈবে লাগে ।
এহি বুলি শাস্ত্রক নির্ম্মিলা ভাগে ভাগে ॥ ১০৮
কল্পতৰু নামে শাস্ত্র পৰম সুন্দৰ ।
যেহি যিৰা বাঞ্ছা কৰে সিদ্ধি পায়ে নৰ ॥
সেহি শাস্ত্রমতে যিটো পূজা হোম কৰে ।
যেহি দেৱ পূজে সিটো আসয় সত্বৰে ॥ ১১০
বিষ্ণু আদি দেৱদেবী সবাকো পাৱয় ।
সিকাৰণে কল্পতৰু শাস্ত্র বুলি কয় ॥
সূর্য্যদেৱে কল্পতৰু শাস্ত্রক লিখিয়া ।
সেহি শাস্ত্রখান লক্ষ্মী আগে দিলা নিয়া ॥ ১১২
লক্ষ্মীক চাহিয়া ৰবি বুলিলা বচন ।
দিলোঁ হেৰা তাম্ৰক্ষৰী শাস্ত্র এহিখান ॥
বিষ্ণু আদি মন্ত্র যত শাস্ত্রতে আছয় ।
যেহি বাঞ্ছা কৰিবেক সিদ্ধি তাৰ হয় ॥ ১১৪
জম্বুদ্বীপ পৃথিৱী জিনিৱে পাৰে বলে ।
ৰাজা হৈবে পাৰে সেহি ধৰণিমণ্ডলে ॥
দেৱগণে আসি যদি যুদ্ধক কৰয় ।
দেৱকো জিনিবে পাবে নাহিক সংশয় ॥ ১১৬
অগ্নি মধ্যে বসি হোম কৰিবে পাৰয় ।
কোনো কালে শত্রু সঙ্গে নাহি পৰাজয় ॥

বিনা নাৱে নদী নদ পাৰে তৰিবাক ।
হেৰা লৈয়ো শাস্ত্র মই দিলোঁহোঁ তোমাক ॥ ১১৮
এহি কল্পতৰু শাস্ত্র যথাত থাকয় ।
মূৰ্ত্তিমন্ত শাস্ত্র প্ৰিয়া দিলোঁ তজু ঠাই ॥
এহি শাস্ত্ৰমতে প্ৰবৰ্ত্তিবে পুত্ৰ দুই ।
শাস্ত্ৰমতে বৰ দিলোঁ নাহিকে সংশয় ॥ ১২০
কিন্তু অনুগুপ্ত প্ৰিয়া কৰিলা পূৰ্ব্বত ।
মন্ত্ৰী হৌক বুলিলাহা পুত্ৰ নাতি গত ॥
ৰাজপদ নুখুজিলা মোহোৰ আগত ।
সিকাৰণে মন্ত্ৰী হৈবে পুত্ৰ নাতি গত ॥ ১২২
তোমাৰ বাপৰ ৰাজ্য যিটো নৰ হয় ।
পুত্ৰনাতিগণে তাত শত্ৰু বৰ লয় ॥
পূৰ্ব্বে তুমি ৰাজা হৈব বৰ নুখুজিলা ।
পিতৃ ৰাজ্য লাগে বুলি বৰক খুজিলা ॥ ১২৪
সিকাৰণে শত্ৰুবৰ ৰাজ্যৰ ভিতৰে ।
পুত্ৰনাতিগণ জয় হৌক মোৰ বৰে ॥
সেহি ৰাজ্য বাহিৰত যদি কৰে ৰণ ।
ৰণত * বিজয় হৈবে পুত্ৰনাতিগণ ॥ ১২৬
দিলোঁ হন্তে বৰ জম্বুদ্বীপ জিনিবাক ।
বিস্তৰ নুখুজি বৰ খুজিলা অল্পক ॥

---

* পৰাজয় ।

তুমি যেহি তিনি বৰ খুজিলাহা মোক ।
বাঞ্ছামতে এহি এহি বৰ সত্য হৌক ॥ ১২৮
এহি বুলি দিবাকৰ মৌনে ৰহি আছে ।
চৰণত ধৰি লক্ষ্মী বুলিলন্ত পাচে ॥
নমো নমো স্বামীদেৱ জগত তিমিৰ ।
হৈয়ো সুপ্ৰসন্ন প্ৰভু তুমি দিবাকৰ ॥ ১৩০
নজানিলোঁ পূৰ্ব্বে মই বৰ খুজিবাক ।
পুনুৰূপি তুষ্ট হুয়া বৰ দিয়ো মোক ॥
নমাগোঁহোঁ অন্য প্ৰভু দিয়া জয় বৰ ।
ৰণে জয় হৌক পুত্ৰ নাতি নিৰন্তৰ ॥ ১৩২
যৈতে ৰণ লাগে তেবে তৈতে জয় হৌক ।
অনুগ্ৰহ কৰি এহি বৰ দিয়া মোক ॥
এহি বুলি চৰণত পৰিয়া আছয় ।
লক্ষ্মীৰ তুতিত তুষ্ট কাশ্যপ তনয় ॥ ১৩৪
সূৰ্য্য নিগদতি প্ৰিয়া শুনিয়ো বচন ।
পুনুৰূপি দিবোঁ বৰ হৈয়ো তুষ্ট মন ॥
এহি তাম্ৰক্ষৰী মন্ত্ৰ চিন্তিব মনত ।
মোৰ বাক্যে সিদ্ধি হৈব কহোঁ স্বৰূপত ॥ ১৩৬
ভুকুতি মুকুতি ধৰ্ম্ম দুইহাস্কো পাইবেক ।
কলিযুগ থাকে মানে শাস্ত্ৰ থাকিবেক ॥
উগ্ৰচণ্ডী গোসানীক স্মৰি মন্ত্ৰগণ ।
জলমধ্যে অগ্নিকুণ্ডে কৰিবে স্তৱন ॥ ১৩৮

বীজমন্ত্র উছৰিবো জলৰ মধ্যত ।
ভাগে ভাগে পূজিবেক দেৱগণ যত ॥
মোহোক পূজিবে আৰু দেৱদেবীগণ ।
শতবৰ্ষ অন্তে পূজিবেক এক দিন ॥ ১৪০
এহিমতে পূজিবেক বৰিষ অন্তৰে ।
জল হন্তে উঠি সবে যদি যুদ্ধ কৰে ॥
যত শত্ৰুমানে সবাহাঙ্কে জিনিবেক ।
শতবৰ্ষ অন্তে সৰ্ব্ব দেৱো জয় হৌক ॥ ১৪২
ৰণজয় হুয়া এক বৰ্ষ থাকিবেক ।
সেহি বৰ্ষে সমস্ত শত্ৰুক জিনিবেক ॥
এহিমতে পূজি শত বছৰ অন্তৰে ।
এক বৰ্ষে জয় হৈবে দিলোঁ এহি বৰে ॥১৪৪
শতবৰ্ষ অন্তে এক বৰ্ষে জয় হৌক ।
ইয়ো [illegible] দেশোক ॥
এহি শুনি [illegible] দিনপতি ।
হেন শুনি [illegible] নন্দিত মতি ॥ ১৪৬
চৰণত পৰি [illegible] প্ৰণাম কৰিলা ।
গৃহে যাওঁ বুলি লক্ষ্মী বিদায় মাগিলা ॥
হেন দেখি আনন্দিত ভৈলা দিবাকৰ ।
লক্ষ্মীক বোলন্ত প্ৰিয়া যায়ো নিজঘৰ ॥ ১৪৮
এহি বুলি দিবাকৰ অন্তৰ্দ্ধান ভৈলা ।
দুই পুত্ৰ লগে লৈয়া লক্ষ্মী চলি গৈলা ॥

যেতিক্ষণে লক্ষ্মীদেবী গৃহ প্ৰবেশিলা ।
অনেক ঐশ্বৰ্য্য সুখ তথাতে মিলিলা ॥ ১৫০
দুইগুটি পুত্ৰৰ জাত কৰ্ম্ম কৰাইলা ।
শান্তানু, সুমন্ত দুইৰো নাম খ্যাত ভৈলা ॥
দশ কৰ্ম্ম কৰি যজ্ঞসূত্ৰ গলে দিলা ।
সূৰ্য্যৰ তনয় দেখি কায়স্থ বুলিলা ॥১৫২
মাতা যে শূদ্ৰাণী পিতা দেৱ দিন-অন্ত ।
সেহি সে কাৰণে জানা ভৈলন্ত কায়স্থ ॥
এহিমতে যুবাকাল ভৈলন্ত পুত্ৰৰ ।
চম্পা, ভদ্ৰা, দুই কন্যা ৰূপে মনোহৰ ॥১৫৪
শান্তানু চম্পাক বিহা কৈলা মন ৰঙ্গে ।
ভদ্ৰাক দিলন্ত বিহা সুমন্তৰ সঙ্গে ॥
শান্তানুৰ বাঢ় পুত্ৰ ভৈলা অনন্তৰ ।
সবাৰে নামক কহোঁ শুনা নৃপবৰ ॥১৫৬
লহকৰ, কাব্যসি, পদ্ম, ৰায় যে সলাল ।
হোকা যে টেটন, টোৱা, উজিৰ, সাবল ॥
ৰমাই, ভমাই এই ভূঞা বাঢজন ।
বাঢ় ভূঞা বোলে এই শান্তানু নন্দন ॥১৫৮
সুমন্তৰ যিবা বাঢ় পুত্ৰ ভৈলা জাত ।
সমস্তৰে নাম ৰাজা কহিবোঁ তোমাত ॥
কৌনজবৰ, ৰঘু, মকুন্দ, কদম্ব, সুৰথ ।
সুন্দৰ, সুৰ, সুৰথ, গৌৰৰাজ, মহাৰথ ॥ ১৬০

লেপ, কেশ, নামে এই ভূঞা বাৰজন ।
আমাৰ উপৰি বংশ সুমন্ত নন্দন ॥
বিংশতি অধিক চাৰি পুত্ৰ দুইহান্তৰ ।
একত্ৰে আছিল জানা সবে নৰেশ্বৰ ॥ ১৬২
সেহি বেলা শান্তানুয়ে দেবী পূজিলেক ।
সুমন্ত ভূঞায়ে ভাল নুবুলিলে তাক ॥
এহিমতে দুই ভাই মাতৃ সঙ্গে আছে ।
শুনিয়োক ৰাজা যেন কন্যা ভৈলা পাচে ॥১৬৪
পঞ্চাধিক আশী বৰ্ষে লক্ষ্মী মৃত্যু ভৈলা ।
পুত্ৰগণে প্ৰেতকৰ্ম্ম সমস্তে কৰিলা ॥
স্নেহবশে দুই ভাই তহিতে আচন্ত ।
শান্তানু ভূঞায়ে দেবী পূজাক কৰন্ত ॥ ১৬৬
তাত পাচে কন্দল লাগিল দুইহান্তৰ ।
সুমন্ত গৈলেক পাচে গ্ৰাম ৰামপুৰ ॥
লখিমপুৰে ৰামপুৰে দুই ভাই ৰৈলন্ত ।
লখিমপুৰে শান্তানুৱে দুৰ্গাক পূজন্ত ॥ ১৬৮
শান্তানুৱে কল্পতৰু শাস্ত্ৰক ৰাখিলা ।
সিকাৰণে মহামায়া তান ঘৰে ৰৈলা ॥
শান্তানুৰ ঘৰে দুৰ্গা সাক্ষাত ভৈলন্ত ।
মন্ত্ৰী হুয়া লখিমপুৰে প্ৰজাক পালন্ত ॥ ১৭০
পূৰ্ব্বে সেহি ঠাই নাম ৰঙ্গগাও আছিলা ।
সূৰ্য্য বৰে তাৰ নাম লখিমপুৰ ভৈলা ॥

ৰামপুৰে সুমন্তয়ে বিষ্ণুক পূজন্ত ।
বিষ্ণুৰ ভকত আতি দুখে প্ৰবৰ্ত্তন্ত ॥ ১৭২
এহিমতে থাকি পাচে সুমন্ত যে ভূঞা ।
প্ৰাণ এৰিলেক সিটো বিষ্ণুক চিন্তিয়া ॥
পুত্ৰগণে তান প্ৰেতকৰ্ম্মক কৰন্ত ।
কৃষ্ণৰ চৰণ চিন্তি গৃহে ৰহিলন্ত ॥ ১৭৪
এহিমতে দুই বংশ দুই থানে আছে ।
শুনিয়োক ৰাজা যেন কথা ভৈলা পাচে ॥
শুনা সভাসদ পদ যুগুত বচন ।
শঙ্কৰৰ পাৱে সবে লৈয়োক শৰণ ॥ ১৭৬
শঙ্কৰেসে নিজ গুৰু চাৰিও যুগৰ ।
তান্ত পৰে গতি আন নাহিকে লোকৰ ॥
কলিৰ পাতকী লোক কৰিবে উদ্ধাৰ ।
নিজগুণে প্ৰভু আসি ভৈলা অৱতাৰ ॥ ১৭৮
বাহান চৰণি বনে নাহি আন গতি ।
হেন জানি সৰ্ব্বজনে কৰিয়ো ভকতি ॥
মাধৱ বদতি ভণে এৰি আন কাম ।
নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম ॥ ১৮০

---

## দুলৰী ।

শঙ্কৰ বদতি শুনিয়ো নৃপতি
কথা আন্ত অনন্তৰে ।
শান্তানুৰ পুত্ৰ ভূঞা বাৰজন
আচন্ত লখিমীপুৰে ॥
সেহি নগৰত ৰাজা নাহিকন্ত
বাৰজন মন্ত্ৰী ভৈলা ।
কতো দিন থাকি ভূঞা যে শান্তানু
পৰলোকে চলি গৈলা ॥ ১৮২
পিণ্ড জলাঞ্জলী কৰি পুত্ৰগণ
আচন্ত সিটো থানত ।
সেহি সময়ত ছুটিয়াৰ ৰাজা
আসি ভৈলা উপগত ॥
ৰাজা নিগদতি শুনা ভূঞাগণ
তোমাসাৰ ৰাজা নাই ।
ইটো নগৰত মোক ৰাজা পাতা
আলচি সবে উপায় ॥ ১৮৪
হেন শুনি সবে ক্ৰোধ কৰি আতি
অনেক নিন্দা কৰিলা ।

হেন দেখি আতি ছুটিয়া নৃপতি
যুজিবাক আজ্ঞা দিলা ॥
ভূঞায়ে সহিতে যুদ্ধ কৰি পাচে
ছুটিয়া পৰাস্ত ভৈলা ।
বলে নপাৰিয়া বিদৰ্ভ নৃপতি
নিজদেশে পলাই গৈলা ॥ ১৮৬
সেহি যুদ্ধ কৰি বাঢ় যে ভূঞায়ো
আপোন দেশত ৰৈলা ।
এহি বাৰ্ত্তা শুনি কছাৰী নৃপতি
ৰাজা হৈবে মন কৰি ।
যুদ্ধ সাজ সাজি কছাৰী নৃপতি
আইলা অতি শীঘ্ৰ কৰি ॥ ১৮৮
ৰত্নপুৰ পাই কছাৰীৰ ৰাই
ভূঞাৰ সমীপে গৈলা ।
ভূঞাসকলক চাহিয়া নৃপতি
মধুৰ বাক্য বুলিলা ॥
ৰাজায়ে বোলন্ত শুনা ভূঞাগণ
মোহোক লৈয়োক ৰাজা ।
তুমি সবে মন্ত্ৰী মই ৰাজা ভৈলে
সমস্তে খাটিব প্ৰজা ॥ ১৯০
হেন জানি সবে মোক ৰাজা পাতা
কন্দলক পৰিহৰি ।

হেন শুনি ভূঞা          সমস্তে বোলয়
আতিশয় গৰ্ব্ব কৰি ॥
শুনৰে কছাৰী          আতি অনাচাৰী
সত্বৰে ঐৰ অন্তৰ ।
হেন নিন্দা শুনি          কছাৰী নৃপতি
ক্রুদ্ধ কৰিলন্ত ৰৱ ॥ ১৯২
যুজিবাক আজ্ঞা          দিলন্ত বজায়ে
দুৰ্ঘোৰ সমৰ ভৈলা ।
যুদ্ধে নপাৰিয়া          কূৰ্ম্মপৃষ্ঠ ৰাজা
প্ৰাণ ৰাখি পলাই গৈলা ॥
এহিমতে সবে          শান্তানু নন্দন
আপোন দেশে আচন্ত ।
সততি ৰবিষ          পূজি ভগৱতী
অনেক ভোগ কৰন্ত ॥ ১৯৪
তাত পাচে সবে          জ্ঞানশূন্য হুয়া
গোসানী সেৱা হেলিলা ।
ধনৰ গৰ্ব্বিত          অৱহেলা কৰি
গোসানী পূজা এৰিলা ॥
যেতিক্ষণে তান          পূজা এৰিলন্ত
চণ্ডীকাৰ ক্রোধ ভৈলা ।
ৰত্নপুৰ দেশ          এৰি ভগৱতী
সৌমাৰত প্ৰৱেশিলা ॥ ১৯৬

যেতিক্ষণে উমা    ভূঞাগণ এৰি
নৃপতিৰ পাশে গৈলা ।
সেহি দিনা হন্তে    জানা নৰেশ্বৰ
ভূঞাৰ বিপদ ভৈলা ।
এক দিনা ৰাতি    সৌমাৰ নৃপতি
নিদ্ৰাগত হুয়া আছে ।
তাস্ত অনুগ্ৰহ    কৰি ভগৱতী
সপ্ন দেখাইলেক পাচে ॥ ১৯৮
শুনিয়ো নৃপতি    মই ভগৱতী
আসি আছোঁ তজু ঠাই ।
তই ভক্ত ৰাজা    মই দশভুজা
মোক পূজা তোৰ ঠাই ।
লোহিত পাৰত    ৰম্য যে পুৰত
বিশ্বনাথ নগৰৰ ।
আচাম দেশত    আছিল পূৰ্ব্বত
আৰিমত নৰেশ্বৰ ॥ ২০০
সেহি মৰিলন্ত    অৰাজা ভৈলন্ত
তাহাৰ নগৰ খান ।
তান মন্ত্ৰীপুত্ৰ    সূৰ্য্য বংশে জাত
আছে বাঢ় ভূঞাগণ ।
সূৰ্য্যে বৰ দিয়া    আছে তাসম্বাক
মোক পূজিবাক প্ৰতি ।

লোহিত পাৰত আচাম দেশত
যত নৰ হোৱে আতি ॥ ২০২
গোসানী পূজিবি ৰণজয় হৈবি
সীমা ৰাজে সুযুঞ্জিবি।
গোসানী সুপূজি সীমা ৰাজে যুজি
ৰণত বিজয় হৈবি।
সূৰ্য্যে হেন বৰ দিয়াছিল পূৰ্ব্বে
আছিলোঁহোঁ পক্ষ দুই।
বাড় ভূঞাগণে যৈতে ৰণ কৰে
মইসে কৰাওঁ জয় ॥ ২০৪
ভূঞাৰ গৃহত আছো বহু দিন
পূজি মোক ৰাখিছিল।
এহি ক্ষণে সবে ধনৰ গৰ্ব্বত
মোহোৰ পূজা এৰিল।
হেন দেখি মই আইলোঁ তজু ঠাই
তাসম্বাৰ লগ এৰি।
এহি সময়ত মন্ত্ৰী ভূঞা যত
আছয় মোক পাসৰি ॥ ২০৬
এহি বেলা ৰাজা সঙ্গে লৈয়া প্ৰজা
লোহিত সমীপে গৈ।
সীমাৰ বাহিৰে ৰৈয়া নৰেশ্বৰ
নদী তীৰে ৰৈবা গৈ।

দূত পঠাই বাৰ্ত্তা ভূঞাত কহিবা
ববন্তোক ভূঞাগণে ।
হেন বাৰ্ত্তা শুনি খেদি আসিবেক
তোমাকে যুজিবে মনে ॥ ২০৮
মই নাহি সঙ্গে আসিবেক থঙ্গে
সীমা বন্ধ পাসৰিব ।
লোহিতৰ পাৰ হুয়া ভূঞাগণ
তোমাক ৰণ কৰিব ।
পাচে তুমি ৰণ জিনিবা ৰাজন্
ৰবাইবাহা ভূঞাগণ ।
ভূঞাকে ৰবাইবা সেহি ৰাজ্য পাইবা
পাইবা অসংখ্যাত ধন ॥ ২১০
আজি হন্তে তুমি পূজিবাহা মোক
মই ভৈলো তজু ঠাই ।
ৰাজাক ইসব দেখায়া সপ্নক
অন্তৰ্দ্ধান ভৈলা আই ।
হেন সুমঙ্গল সপ্ন দেখি ৰাজা
উঠিলা জাগি নিদ্ৰাৰ ।
শয্যা এৰি ৰাজা ভূমিত পৰিয়া
স্তুতি কৈলা নৰেশ্বৰ ॥ ২১২
অনেক প্ৰকাৰে স্তুতি কৰি ৰাজা
ৰজনী ক্ষয় কৰিলা ।

প্ৰভাতত দেৱী গৃহ সাজি ৰাজা
দেৱী পূজা আৰম্ভিলা ।
শুদ্ধ সুবৰ্ণৰ দেখিতে সুন্দৰ
মূৰ্ত্তি সাজি দশভূজা ।
বিধিমতে ৰাজা অধিবাস কৰি
নিতে কৰে দেৱী পূজা ॥ ২১৪
এহি মতে ৰাজা কৰে দেৱী পূজা
গোসানী বশ ভৈলন্ত ।
ৰাজাৰ ভক্তিত তুষ্ট হুয়া দেৱী
সৌমাৰত ৰহিলন্ত ।
সৌমাৰ নৃপতি কৰিয়া ভকতি
গোসানীক পূজিলন্ত ।
ইন্দ্ৰবংশী ৰাজা স্বৰ্গমূল নাম
ৰৰগুৱা নগৰত ॥ ২১৬
শিৱ বৰে ৰাজা ভৈলা সৌমাৰত
দিহিঙ্গ নদী তীৰত ।
এহিমতে ৰাজা গোসানী সেৱিলা
পাইলা ধৰ্ম্ম বিপৰীত ।
তাহাৰ গৃহত বৈলা ভগৱতী
অনেক ঐশ্বৰ্য্য ভৈলা ।
বিধিমতে ৰাজা অনেক প্ৰকাৰে
গোসানী পূজা কৰিলা ॥ ২১৮

শুনা সভাসদ বংশাৱলী পদ
আদি যে চৰিত্ৰ নাম ।
শ্ৰীমন্ত শঙ্কৰ ভৈলা অৱতাৰ
সবে লৈয়ো তান নাম ।
কলিযুগে জানা নাহি নাহি আন
সবে লৈয়ো ৰাম নাম ।
মাধৱ বদতি কহে অল্পমতি
ডাকি বোলা ৰাম ৰাম ॥ ২২০

## পদ ।

শঙ্কৰ বদতি কথা শুনা মহাবাই ।
তুষ্ট হুয়া ভগৱতী বৈলা সেহি ঠাই ।
এক দিনা সভাত বসিয়া নৰপতি ।
পাত্ৰ মন্ত্ৰী সমস্তকে অনাইলন্ত মাতি ।
নৃপতি বদতি কথা শুনা সৰ্ব্বজন ।
মোৰ আগে ভগৱতী দেখাইলা সপোন ।
লোহিতৰ ৰত্নপুৰ আচাম বোলয় ।
ৰত্নপৃষ্ঠে বিশ্বনাথ নগৰ আছয় ।
তাত আৰিমত নামে ৰাজা আছিলেক ।
ৰাজ্য ভোগ অন্তে সিটো ৰাজা মৰিলেক ॥ ২২৫

সেহি দেশখান পাছে ভৈলেক অৰাজা।
সিটো নগৰত কেহু নাহিকয় ৰাজা।
তাহান মন্ত্ৰীৰ পুত্ৰ ভূঞা বাঢ় জন।
মন্ত্ৰী হুয়া পালিয় আছয় প্ৰজাগণ॥
তাহাক বধাইলে পাইবো সেহি ৰাজ্য খান।
তুষ্ট হুয়া ভগৱতী দেখাইলা সপোন।
হেন জানি মন্ত্ৰী তুমি চলিয়ো সত্বৰে।
কোঠ নিৰ্ম্মিয়োক গৈয়া লোহিতৰ তীৰে।
লোহিতৰ পাৰ নহৈবাহা মন্ত্ৰী তুমি।
কোঠ গড় বান্ধি নিৰ্ম্মিবাহা ৰণ ভূমি॥ ২৩০
কালি যাইবোঁ মই আজি চলিয়ো আপুনে।
হেন শুনি মন্ত্ৰী চলি গৈলা তেতিক্ষণে॥
লোহিত সমীপে গৈয়া কোঠ বান্ধিলেক।
গৃহ সব সাজি ৰণভূমি নিৰ্ম্মিলেক॥
অসংখ্যাত সেনাগণ থৈলা থানে থানে।
সাৱধানে ৰৈলা মন্ত্ৰী যুজিবাক মনে॥
পৰ দিনা প্ৰভাততে উঠি মহাৰাই।
যুদ্ধ সাজে সাজি চলি গৈলা সেহি ঠাই॥
ৰণভূমি পাইলা পাচে সৌমাৰ ৰাজন।
দূতক আনিয়া ৰাজা বোলয় বচন॥ ২৩৫
নৃপতি বদতি দূত যাহ শীঘ্ৰ কৰি।
বাঢ় ভূঞাসকলত কহিবা সাদৰি॥

ৰবিবাৰ কাৰ্য্যে ভূঞা সবেৰো আসোক ।
যদি নৰবয় আসি যুদ্ধক দিয়োক ।
এহি বাৰ্ত্তা কহ গৈয়া ভূঞাৰ আগত ।
হেন শুনি দূত চলি গৈলেক ত্বৰিত ।
বাৰ ভূঞা সমীপক দূতে পাইলা যাই ।
নমস্কাৰ কৰি দূতে বচন বোলয় ।
দূত নিগদতি প্রভু শুনা ভূঞাগণ ।
লোহিত তীৰত আছে সৌমাৰ ৰাজন ॥ ২৪০
তেহু পঠাইলেক নিবে লাগি তোমাসাক ।
শীঘ্র কৰি সিটো থানে লাগয় যাইবাক ।
সমদলে গৈয়া নৃপতিক ৰবিয়োক ।
যদি নৰবাহা গৈয়া যুদ্ধক দিয়োক ।
এহি বুলি মৌন হুয়া ৰাজদূত আছে ।
হেন শুনি ক্রুদ্ধে আতি ভূঞাগণ পাচে ।
অসংখ্য সেনাক লৈয়া যুদ্ধৰ সম্ভৃত ।
যুদ্ধ কৰিবাক গৈলা বাৰ ভূঞা যত ।
সেহি বেলা অমঙ্গল ভৈলা ঠাই ঠাই ।
তাহাকো নগণি ভূঞাগণে খেদি যায় ॥ ২৪৫
গোসানী বিতুষ্ট সীমাবন্ধ পাসৰাইলা ।
নৌকাত চৰিয়া লোহিতৰ পাৰ ভৈলা ।
পাৰ হুয়া ভূঞাগণে দেখিলেক পাচে ।
সৌমাৰ নৃপতি সৈন্য সমে ৰহি আছে ।

যুদ্ধৰ সামগ্ৰী দেখিলন্ত ভূঞাগণ ।
মহা ক্ৰোধে খেদি গৈলা যুজিবাক মন ।
নৃপতিৰ কোঠ গড় সমস্তে ভাঙ্গিলা ।
ৰাজাৰ লগৰ বহু সৈন্যক মাৰিলা ।
নৃপতিৰ তৈত যত গৃহ আছিলন্ত ।
ভূঞাগণে সেহি গৃহে অগ্নি জ্বালিলন্ত ॥ ২৫০
মাৰিবাক মনে নৃপতিক খেদি গৈলা ।
হেন দেখি নৃপতি যুজিবে আজ্ঞা দিলা ।
ৰাজাৰে ভূঞাৰে লাগি গৈলা ঘোৰ ৰণ ।
ত্ৰয়োদশ দিন যুদ্ধ কৰে ভূঞাগণ ।
মহা ক্ৰোধ কৰি যুজিলন্ত অনুক্ষণ ।
গোসানী থুহিকে সখা যুজিব কেমন ।
পূৰ্ব্বে বাৰে বাৰে ৰক্ষা কৰে হেমবতী ।
সেহি গৰ্ব্বে যুজিলন্ত ৰাজায়ে সহিতি ।
বিস্তৰ মাৰিলা সেনা ৰাজাৰ দলৰ ।
বলে ধৰিলন্ত গৈয়া সৌমাৰ ঈশ্বৰ ॥ ২৫৫
গোসানীৰ প্ৰসাদত জয় ভৈলা ৰণ ।
ৰণত বিজয় ভৈলা ভূঞা বাঢ়জন ।
যেতিক্ষণে মহামায়া এৰিলা সিথান ।
তেতিক্ষণে জানিবা মৰিল ভূঞাগণ ।
লহকৰ, কাব্যসি, পদ্ম, ৰায়, যে সলাল ।
হোকা যে টেটন, টোৱা, উজিৰ, সাঁবল ।

ৰমাই, ভমাই, এই ভূঞা বাঢ়জন ।
মহা ৰঙ্গে লৈয়া গৈলা সৌমাৰ ৰাজন ।
ৰণে জিনি লৈয়া গৈলা সেনাগণ যত ।
সমস্তকে ৰাখিলন্ত ৰাজাৰ গৃহত ॥ ২৬০
ৰাজাৰ নগৰে ভূঞাগণক ৰাখিলা ।
শুনিয়োক ৰাজা পাচে যেন কথা ভৈলা ।
ভূঞাক নিবাৰ বাৰ্ত্তা শুনি ভাৰ্য্যাগণে ।
মহা দুখ কৰিয়া আছন্ত নিজ থানে ।
গুণি গান্থি ভাৰ্য্যাগণে নপান্ত উপায় ।
কেনমতে আমাসাৰ স্বামী ৰক্ষা পায় ।
এহিমতে আলচন্তে মনত পৰিল ।
কছাৰী ছুটিয়া ৰণ যৈসানি মিলিল ।
সূৰ্য্যে দিয়া শাস্ত্ৰমতে পূজি ভগৱতী ।
শত্ৰু হস্তে স্বামীগণ তৰিল দুৰ্গতি ॥ ২৬৫
দুৰ্গা পূজা এৰি গৈয়া স্বামী বাঢ়জনে ।
ক্ৰোধে খেদি গৈলা সবে যুজিবাক মনে ।
দেৱীৰ ক্ৰোধত পৰাজিত স্বামীগণ ।
অতএব পূজা ভাল দুৰ্গাৰ চৰণ ।
আমি পূজা কৰিবাক নজানো দেৱীৰ ।
ৰামপুৰে আছে বাঢ় পুত্ৰ সুমন্তব ।
সমস্তে জেঠাল হয় কতো হোৱে দেৱৰ ।
ৰামপুৰে দূত এক পঠাও সত্বৰ ।

এহি বুলি দূতক আনিলা নাৰীগণ ।
এহি সব কথা কৈলা দূত বিদ্যমান ॥ ২৭০
নাৰীগণে বোলে দূত শুনিয়ো বচন ।
ভূঞাক নিলেক ধৰি সৌমাৰ ৰাজন ।
সেহি হেতু পূজিবে লাগয় ভগৱতী ।
হেন শুনি ৰামপুৰে যায়ো শীঘ্ৰ গতি ।
সুমন্তৰ বাঢ় পুত্ৰ আছে সেই ঠাই ।
বংশ অৰ্থে পূজা কৰন্তোক দেৱী আই ॥
আমাৰ ইসব কথা কহিবি তহিত ।
পূজন্তোক দেৱী বাঢ় ভূঞা হৌক মুক্ত ।
যদি বংশ লাগে পূজা কৰোক দুৰ্গাৰ ।
শত্ৰু হস্তে পাউক মুক্ত স্বামী আমাসাৰ ॥ ২৭৫
সূৰ্য্যে দিয়া কল্পতৰু শাস্ত্ৰক আনিলা ।
সেহি শাস্ত্ৰখানি নিয়া দূত হাতে দিলা ।
শাস্ত্ৰ লৈয়া দূত চলি গৈলেক সত্বৰ ।
কতিপয় দিনে গৈয়া পাইলা ৰামপুৰ ।
সুমন্তৰ বাঢ় পুত্ৰ আছে যিটো ঠাই ।
দূতে কল্পতৰু শাস্ত্ৰ দিলা নিয়া যাই ।
যেনমতে ভূঞাগণ নৃপতিয়ে নিলা ।
সিকাৰণে কল্পতৰু শাস্ত্ৰ পঠাই দিলা ॥
সাৰশেষ দূতে কথা সমস্তে কহিলা ।
কৌনজবৰ মুক্ষে ভূঞা সমস্তে শুনিলা ॥ ২৮০

শুনিয়া চলন্ত ভূঞাগণে নিৰন্তৰ ।
দূতক বচন বুলিলন্ত কৌনজবৰ ।
ভূঞা নিগদতি দূত শুনিয়ো বচন ।
পূজিবোঁহোঁ দেবী মুক্ত হৌক ভূঞাগণ ।
মনত বোলন্ত ভাণ্ডি পঠাইবোঁ ইহাক ।
তেবে নাৰীগণে ভাল বুলিবে আমাক ।
বিশেষত আছে সাৰ শাস্ত্ৰৰ মধ্যত ।
কৃষ্ণৰ ভকতি আছে জানো স্বৰূপত ॥
অতএব এই শাস্ত্ৰ ৰাখিবে যুৰাই ।
ভাল ভৈল শাস্ত্ৰখানি দিলেক পঠাই ॥ ২৮৫
সূৰ্য্যদেৱে দিয়া আছে এহি শাস্ত্ৰখান ।
আমাক নিদিয়া ৰাখিলন্ত ভূঞাগণ ॥
ধৰ্ম্মপক্ষে এহি শাস্ত্ৰ দুই বংশে পায় ।
নিদিবোঁ তাহাঙ্ক শাস্ত্ৰ ৰাখিবোঁহো মই ।
এহি মতে ভাবি পাচে ভূঞা কৌনজবৰ ।
দূতক বোলন্ত পূজা কৰিবোঁ দেৱীৰ ।
বংশৰ নিমিত্তে পূজিবোঁহোঁ কাত্যায়নী ।
এহি ভাণ্ডি দূত আগে বুলিলন্ত বাণী ॥
অসত্য কথাক দূতে সত্য মানিলেক ।
বিদায় কৰিয়া লখিমপুৰক গৈলেক ॥ ২৯০
এহিমতে দূতে পুনু নিজ থান পাইলা ।
নাৰীসকলৰ আগে বাৰ্ত্তাক কহিলা ॥

সুমন্তৰ পুত্ৰগণে ৰাখিলা শাস্ত্ৰক।
কৌনজবৰে বোলে আমি পূজিবোঁ দুৰ্গাক।
এহি বুলি শাস্ত্ৰ ৰাখি মোক পাঠি দিলা।
হেন শুনি নাৰীগণে সন্তুষ্ট লভিলা।
অনন্তৰে দূত গৈলা আপোন গৃহত।
তামাক্ষৰী শাস্ত্ৰ পাই সুমন্ত পুত্ৰত।
বাঢ়জন ভাতৃ আসি সেহি শাস্ত্ৰ চাই।
অনন্তৰে কৌনজবৰে বচন বোলয়॥ ২৯৫
দেৱী পূজা কৰিবাক লাগি শাস্ত্ৰখান।
আমাৰ থানক পঠাই দিলে নাৰীগণ।
দূতক ভাণ্ডিয়া বোলো পূজিবোঁ দুৰ্গাক।
এহি বুলি তামাক্ষৰী ৰাখিলোঁ শাস্ত্ৰক।
আবে কেন কৰি হৈবে দুৰ্গাক পূজন।
ইহাৰ উত্তৰ কহিয়োক ভাতৃগণ॥
হেন শুনি ভাতৃগণে বুলিলা বচন।
আমাকে নিয়য় যদি সৌমাৰ ৰাজন।
খণ্ড খণ্ড কৰি যদি কাটয় আমাক।
তথাপি নকৰোঁ আমি দুৰ্গাৰ পূজাক॥ ৩০০
দুৰ্গা পূজা নকৰিয়া পিতৃ অন্তৰিল।
বিষয় সম্পত্তি সুখ সবাকে তেজিল।
কেৱলে কৃষ্ণৰ পায়ে কৰিল ভকতি।
তান পুত্ৰ হুয়া আমি পূজি ভগৱতী।

সুপূজোঁ দুৰ্গাক আমি প্ৰাণ যদি যায় ।
পুন্নু এহি শাস্ত্ৰখানি নিদিবা পঠাই ।
এহি বুলি মৌন ভৈলা ভাতৃগণ যত ।
নিজঘৰে ৰাখিলন্ত ভাতৃৰ সম্মত ।
একাদশ ভাতৃ বাক্য তেহুঁ ৰাখিলেক ।
দেৱী সুপূজিয়া সেহি শাস্ত্ৰক থৈলেক ॥
সুমন্তৰ ঘৰে সেহি শাস্ত্ৰক ৰাখিলা ।
সেহি শাস্ত্ৰমতে সবে বিষ্ণুক পূজিলা ।
সিকাৰণে তান্ত তুষ্ট ভৈলা নাৰায়ণ ।
অদ্যাপিও সেহি বংশে আছে শাস্ত্ৰখান ।
সেহি শাস্ত্ৰে পূজিবে পাৰয় দেৱীদেৱ ।
কদাপিতো বিষ্ণুভক্তে নকৰয় সেৱ ।
একান্ত বৈষ্ণৱ সুমন্তৰ পুত্ৰগণ ।
সিকাৰণে নকৰিলা দুৰ্গাক পূজন ।
বিষ্ণুক পূজিয়া নিজ গৃহে ৰহিলেক ।
যাৰ যশে সমস্ত পৃথিৱী যুড়িলেক ॥
সুমন্তৰ পুত্ৰগণ ৰৈলা সেহি ঠাই ।
শান্তানুৰ পুত্ৰ কথা শুনা মহাৰাই ।
সৌম্যাৰ নৃপতি ভুঞাগণক ৰাখিলা ।
ভুঞাক চাহিয়া ৰাজা বচন বুলিলা ।
নৃপতি বোলন্তি শুনা শুনা ভুঞাগণ ।
তোমাসাক আনি আছোঁ জিনি মই ৰণ ।

মোৰ যশ গায়া থাকিয়োক মোৰ সঙ্গে।
মোৰ মন্ত্ৰী হুয়া থাকিয়োক মন ৰঙ্গে।
পূৰ্ব্বে মন্ত্ৰী আছিলা বিশ্বনাথ নগৰৰ।
এহি ক্ষণে মন্ত্ৰী তোৰা হুয়োক আমাৰ ॥ ৩১৫
মোৰ দুই মন্ত্ৰী আছে তোৰা বাঢ়জন।
চৈদ্ধজন মন্ত্ৰী হুয়া পালা প্ৰজাগণ।
মন্ত্ৰী ভৈলে মন্ত্ৰী কাম লাগে কৰিবাক।
মোক সেৱা কৰি সবে পালিয়ো প্ৰজাক।
মন্ত্ৰী হুয়া সেৱা মোক কৰা ভূঞাগণ।
মন্ত্ৰী হুয়া প্ৰজা পালিয়োক বাঢ়জন।
এহি বুলি মৌন ভৈলা সৌমাৰ ৰাজন।
মহা খঙ্গে মাতিলন্ত বাঢ় ভূঞাগণ।
তোমাৰ নহৈবোঁ। মন্ত্ৰী জানিবা নিশ্চয়।
তোমাকো নকৰোঁ। সেৱা প্ৰাণ যদি যায় ॥ ৩২০
বিশ্বনাথ মন্ত্ৰী আমি বাঢ়ভূঞাগণ।
কদাচিতো তজু পাৱে নকৰোঁ। সেৱন।
এহি দম্ভ বাক্য ভূঞাগণে বুলিলন্ত।
হেন শুনি নৃপতিৰ তঙ্ক জন্মিলন্ত।
যদি মন্ত্ৰী নোহ সবে আমাৰ ৰাজ্যত।
মোক সেৱা কৰা আৰে মন্ত্ৰী ভূঞা যত।
পাচে আশ্বাসিয়া কথা বোলন্ত নৃপতি।
নকৰয় নমস্কাৰ ভূঞা বুলি আতি।

গৰ্ব্ব কৰি কিছু আজ্ঞা নকৰে ৰাজাৰ ।
নৃপতিক নিন্দা বাক্য বোলয় অপাৰ ॥ ৩২৫
হেন দেখি মহাৰাজা ক্ৰোধ কৰি বৰ ।
বন্দীশালে ৰাখিলেক ভূঞা নিৰন্তৰ ।
এক গৃহ মধ্যে ৰাখি বন্দী কৰিলন্ত ।
ভূঞাগণে সেহি গৃহে অন্নক খাইলন্ত ।
গৃহ মধ্যে অন্ন খাই বাৰ ভূঞাগণ ।
অন্নৰ উচ্ছিষ্ট নেপেলাই একো জন ।
আমাসাক কি কৰিবে সৌমাৰ ৰাজন ।
নেপেলাই একো জনে ডৰে নাহি মন ।
এহি সব কথাক শুনিয়া মহাৰাই ।
বাৰ ভূঞাসকলক আনিলা মতাই ॥ ৩৩০
পেলাইতে উচ্ছিষ্ট নৃপতিয়ে আজ্ঞা দিলা ।
ভূঞা সকলেয়ো সেহি আজ্ঞা নুশুনিলা ।
হেন দেখি মহা খঙ্গে সৌমাৰ ঈশ্বৰ ।
ভূঞাক বচন বুলিলন্ত নৰেশ্বৰ ।
নৃপতি বদন্তি কথা শুনা ভূঞাগণ ।
পবিত্ৰ কৰিয়া গৃহ দিয়োক এখন ।
হেন শুনি বুলিলন্ত বাৰ ভূঞাগণ ।
নুচুইবোঁ উচ্ছিষ্ট আমি ভূঞা একো জন ।
তথাপি নিজ গৃহ সাজি দিবোহো এখন ।
এহি বুলি গৃহ সাজি দিলা তেতিক্ষণ ॥ ৩৩৫

সিটো গৃহ এৰি এক গৃহ সাজি দিলা ।
হেন দেখি নৰপতি বিস্ময় মানিলা ।
অনেক প্ৰকাৰে ৰাজা পৰীক্ষা চোৱাইলা ।
ভূঞাক বৰাইবে ৰাজা উপায় নপাইলা ।
ভূঞাক পৰীক্ষা ৰাজা চাহিবাক মনে ।
এক বুদ্ধি গণি পাইলা সৌমাৰ ৰাজনে ॥
নৃপতি বদতি শুনা ভূঞা নিৰন্তৰ ।
এক গোট বেজী কিনি আনা পসাৰৰ ।
এহি কহি দূত সঙ্গে ৰজায়ো পাঞ্চিলা ।
ভূঞাগণে একগোট বেজীক কিনিলা ॥ ৩৪০
কাকো এৰি কেৰে বেজী ভাৰ নবহয় ।
বাৰ ভূঞা আলচিয়া পাইলন্ত উপায় ।
সমস্তে বহিবোঁ ভাৰ বুলি ভূঞাগণ ।
একগাছ কদলীক আনি সেহি থান ।
কদলী গাছত বেজী গোট পুতিলেক ।
বাৰজনে বেজীগোট ভাৰ যুৰিলেক ।
বাৰ জনে সাঙ্গী বান্ধি ভাৰ লৈয়া যায় ।
ৰাজাৰ আগত গাছ দিলেক পেলাই ।
হেন অদভুত কৰ্ম্ম দেখি মহাৰাই ।
ভূঞাক বৰাইবে আৰ উপায় নপাই ॥ ৩৪৫
কতো বেলি গুণিয়া আছিল নৰপতি ।
ভূঞাক লগত লৈয়া গৈলা শীঘ্ৰগতি ।

দিহিঙ্গ নদীৰ তীৰ পাইলন্ত ৰাজন ।
নৌকাত তুলিলা আনি ৰাঢ় ভূঞাগণ ।
হাতে পতি বৈঠা দিলা নৌকাত তুলিয়া ।
দিহিঙ্গ নদীৰ মাজে দিলন্ত উটায়া ।
ৰাজায়ে বোলন্ত নৌকা বাইলে ভূঞাগণ ।
তেবে ভৃত্য কৰ্ম্ম কৰাইবোঁহো ৰাত্ৰিদিন ।
মন্ত্ৰীও নহৈল আন কৰ্ম্ম নকৰন্ত ।
ৰাজমন্ত্ৰী ভূঞা বুলি মোক নেসেৱন্ত ॥ ৩৫০
এক্ষণে ওলাইব চিন ভূঞা সমস্তৰ ।
এহি মনে ভাবি হৃষে আছে নৰেশ্বৰ ।
মধ্যে ফুটা নৌকাখান জলত ডুবিল ।
তথাপিতো ভূঞাগণে বৈঠাক নবাইল ।
সমূলি যাইবেক তল দেখি মহাৰাই ।
জলহন্তে ভূঞাগণ অনাইলা তোলাই ।
নগৰক লৈয়া গৈলা ভূঞা নিৰন্তৰ ।
অনেক আশ্বাস বাক্য বুলি নৰেশ্বৰ ।
প্ৰবোধিয়া অনেক বুলিলা মহাৰাই ।
নমস্কাৰ কৰিবাক ভূঞাক বোলয় ॥ ৩৫৫
তথাপিতো সেৱা নকৰিলা ভূঞাগণ ।
হেন দেখি নৃপতিৰ ক্ৰুদ্ধ হৈলা মন ।
দূতক চাহিয়া ৰাজা বুলিলা বচন ।
মহা দুষ্ট মূঢ় মতি ভূঞা ৰাঢ়জন ।

মোহোক নমানে সৱে দুৰ্জ্জন অসতী ।
ভূঞা বুলি দন্ত কৰে কিনো ক্ৰূৰ মতি ।
পূৰ্ব্বতে আমাৰ সঙ্গে যুদ্ধ কৰিছিলা ।
মোহোৰ লগৰ বহু সৈন্যক মাৰিলা ।
দেৱী বাক্যে দণ্ড নকৰিলো আৰবাৰ ।
তথাপিতো মোক নকৰিলা নমস্কাৰ ॥ ৩৬০
অনেক প্ৰকাৰে নোৱাৰিলোঁ বৰাইবাক ।
হেন জানি ৰাখিবাক নলাগে ভূঞাক ॥
জগত জননী মাতা গুণে অনুপম ।
সদীয়াত ভগৱতী শ্যামাকালী নাম ।
তাতে বলি দিয়া নিয়া ভূঞাসকলক ।
খড়গ ধৰি বলি কাটি দিয়া সমস্তক ।
শীঘ্ৰে বলি দিয়া নিয়া গোসানীৰ ঠাই ।
দুৰ্জ্জন ভূঞাৰ জানা এহিসে উপায় ॥
এহি আজ্ঞা কৰিলন্ত সৌমাৰ নৃপতি ।
ভূঞাগণ লৈয়া দূত গৈলা শীঘ্ৰ গতি ॥ ৩৬৫
সদীয়া পাইলন্ত গৈয়া কতিপয় দিন ।
ভূঞাক ৰাখিলা নিয়া গোসানীৰ থান ।
অধিবাস কৰাই বলি স্নানক কৰায়া ।
গোসানীৰ আগে বলি উচৰ্গিলা নিয়া ।
বিধিমতে উচৰ্গি দিলেক বলিগণ ।
কৃতাঞ্জলি হয়া দূতে বুলিলা বচন ।

নৃপতিত তুষ্ট হয়ো জগতৰ আই ।
তজু থানে নৰবলি দিয়াছে পঠাই ।
অনেক প্ৰকাৰে দূতে তুতিক কৰিয়া ।
গোসানীৰ আগে বলি পেলাইলন্ত নিয়া ॥ ৩৭০
সেহি বেলা এক চিতে বাঢ় ভূঞাগণ ।
বীজ মন্ত্রে তুতি কৈলা দুর্গাৰ চৰণ ।
অনন্তৰে দূতে খড়্গে মাথাক কাটিলা ।
মাথা নাকাটয় দূত বিস্ময় মানিলা ।
খড়্গ কোবে বাঢ়কো কাটয় দূতে আৰ ।
নকাটিলে একো মাথা দেখি চমৎকাৰ ।
পৰ্ব্বতকো ছেদ কৰে তীক্ষ্ণ গোসানীৰ ।
তথাপিতো মুণ্ড নকাটিলেক ভূঞাৰ ।
পূৰ্ব্ব মন্ত্র জপি তুতি কৈলা সেই থানে ।
বলিক নলৈলা দুগা সেহিতো কাৰণে ॥ ৩৭৫
হেন দেখি ৰাজদূত বিস্ময় ভৈলন্ত ।
সেহি বেলা ভগৱতী সাক্ষাৎ ভৈলন্ত ।
দূতক চাহিয়া দেৱী বুলিলা বচন ।
মোহোৰ পৰম ভক্ত বাঢ়ভূঞাগণ ।
নলৈবোঁ ভূঞাক বলি শুন দূত তই ।
এহি কথা নৃপতিত কহিবি নিশ্চয় ।
পূৰ্ব্বে অঙ্গীকাৰ কৈলা বাঢ়ভূঞাগণ ।
দুর্গা বিনে কাবো পদে নকৰোঁ সেৱন ।

সেহিসে কাৰণে সেৱা ৰাজাকো নকৰে ।
সিকাৰণে বলি দিলে আমাৰ গোচৰে ॥ ৩৮০
যাতো মোৰ পূজা এৰিলেক ভূঞাগণ ।
সেহিসে কাৰণে ধৰি আনিলে ৰাজন ।
ভক্ত দেখি বলি নলৈলে তাহোঁ ভূঞাগণ ।
ভালৰূপে ভূঞাক পালোক ৰাজন ॥
অনেক ঐশ্বৰ্য্য দিয়া ভূঞাক পালিব ।
তেবেসে নিৰ্ভয় ৰাজা প্ৰজাও জানিব ।
যদি মোৰ বচন নকৰে নৰপতি ।
দুৰ্ঘোৰ কন্দল হৈব ভূঞায়ে সহিতি ।
শুনিয়া বচন মোৰ যায়ো দূত তই ।
এহি কথা নৃপতিক কহিবি নিশ্চয় ॥ ৩৮৫
দূতৰ আগত দেৱী ইসব কহিয়া ।
ভূঞাকো চাহিয়া বুলিলন্ত মহামায়া ।
দুৰ্গায়ে বোলন্ত কথা শুনা ভূঞাগণ ।
মোৰ বাক্যে নৃপতিক কৰিবি সেৱন ।
যেহি আজ্ঞা কৰে ৰাজা তাহাকে কৰিবা ।
মোৰ বাক্যে নৃপতিক হেলা নকৰিবা ।
ৰাজায়ে সহিতে মিলি থাকিবা সততে ।
মোৰ বৰে বিষয় কৰিবা নানামতে ।
বিষয় ঐশ্বৰ্য্য হৈব তোমাৰ বংশত ।
চিৰকালে ভূঞা নাম হুইবেক প্ৰখ্যাত ॥ ৩৯০

হেন শুনি আনন্দিত ভূঞা নিৰন্তৰ ।
গোসানীৰ পাৱে পৰি কৰি নমস্কাৰ ।
সেহি বেলা মহামায়া অন্তৰ্দ্ধান ভৈলা ।
ভূঞাগণ লৈয়া দূত নগৰক আইলা ।
গোসানী কহিলা যত দূতৰ আগত ।
সেহি বাক্য দূতে গৈয়া কহিলা ৰাজাত ।
যিকাৰণে বলি নলৈলেক ভগৱতী ।
সাৱশেষ কথা দূতে কহিলা সম্প্ৰতি ।
হেন শুনি মহা ভয় ভৈলেক নৃপতি ।
ভূঞাক দিলন্ত সভা ঐশ্বৰ্য্য বিভূতি ॥ ৩৯৫
ভূঞাক আশ্বাস বাক্য বুলিলা ৰাজন ।
নৃপতিকো বৰাইলন্ত ৰাঢ় ভূঞাগণ ।
এহিমতে ভূঞাগণ কৰি নিয়োজন ।
ভূঞাগণে সেৱা কৈলা ৰাজাৰ চৰণ ।
এহিমতে ভূঞাক ৰাখিলা মহাৰাই ।
পাচে যেন কথা ভৈলা কহিবোঁ বুজাই ।
সৌমাৰ ৰাজাৰ সঙ্গে যুদ্ধ কছাৰীৰ ।
উভয় ৰাজাৰ যুদ্ধ লাগিল ঘুৰ্ঘোৰ ।
ৰাজ্যৰ নিমিত্তে দুই ৰাজা যুজিলন্ত ।
উভয় ৰাজাৰ বহু সেনা মৰিলন্ত ॥ ৪০০
হেন অথন্তৰ দেখি সৌমাৰ ৰাজন ।
ৰণ কৰিবাক ভূঞা পঠাইলা তখন ।

ৰাজা আজ্ঞা শুনি ভূঞাগণ গৈলা চলি ।
কছাৰীক ধৰিলন্ত ভূঞা মহাবলী ।
ৰণ কৰি কছাৰীৰ ৰাজাক মাৰিলা ।
তাহাৰ সম্পত্তি যত আগ্রহি আনিলা ।
সেহি দ্রব্য ভূঞাগণে ৰাজাক দিলন্ত ।
সৌমাৰ নৃপতি বৰ সন্তোষ পাইলন্ত ।
ভূঞাগণে কছাৰীৰ ৰাজ্য লৈয়া দিল ।
ৰাজায়ে ভূঞাক ধন্য প্রশংসা কৰিল ॥ ৪০৫
যুদ্ধত কুশল অতি বুদ্ধি বিচক্ষণ ।
ৰাজাৰ সঙ্গত ৰহিলন্ত তুষ্ট মন ।
এহিমতে কতো দিন আনন্দত আছে ।
শুনিয়োক ৰাজা যেন কথা ভৈলা পাচে ।
ছুটীয়াৰ ৰাজা আসি দেশ লুটিলন্ত ।
সৌমাৰ নৃপতি এহি কথা শুনিলন্ত ।
ৰাজায়ে বোলন্ত আবে শুনা ভূঞাগণ ।
শীঘ্রে মাৰিয়োক গৈয়া ছুটীয়া ৰাজন ।
বাৰে বাৰে উপদ্রব কৰে ছুটীয়াই ।
বহু দোষ কৰি আছে সহন নযায় ॥ ৪১০
হেন জানি ভূঞাগণ শীঘ্রে চলিয়োক ।
পূর্ব্ব শত্রু ছুটীয়াৰ ৰাজা মাৰিয়োক ।
নৃপতিৰ আদেশ শুনিয়া ভূঞাগণ ।
যুদ্ধ সাজে সাজি চলি গৈলা তেতিক্ষণ ।

ভূঞাসমে বিদৰ্ভ ৰাজাৰ ৰণ ভৈলা ।
সপ্ত দিনমানে মহা ঘোৰ যুদ্ধ কৈলা ।
ৰণ জিনি ছুটীয়াৰ ৰাজাক মাৰিলা ।
যোগ্যবান উত্তম দ্ৰব্যক যত পাইলা ।
নানা বিধ দ্ৰব্য মানে নৃপতিক দিলা ।
হেন দেখি নৰপতি সন্তুষ্ট লভিলা ॥ ৪১৫
ধন্য ধন্য বাঢ় ভূঞা সাৰ্থক জন্মিলা ।
কছাৰী ছুটীয়া দুই ৰাজাক মাৰিলা ।
বিদৰ্ভ যে কুৰ্ম্ম ৰাজ্য পাইলন্ত নৃপতি ।
সৌমাৰ সহিতে তিনি দেশ অধিপতি ।
তাত পাচে নিজ ৰাজ্য ভূঞাক যে দিলা ।
ৰত্নপুৰ দেশখান নৃপতি লভিলা ।
সেহি দিনা ধৰি সেহ্মা ৰাজাক কৰন্ত ।
ইন্দ্ৰবংশী ৰাজাৰ আচাম প্ৰাপ্ত হন্ত ।
হেন শুনি কৃতাঞ্জলি নৰনাৰায়ণ ।
শঙ্কৰক চাহি পুনু বুলিলা বচন ॥ ৪২০
কিকাৰণে ইটো ৰাজ্য আচাম বোলয় ।
ইসব কথাৰ মোৰ গুচায়ো সংশয় ।
ৰত্নপুৰ দেশ কিয় নৃপতি লৱয় ।
দুয়ো কথা কহি মোৰ গুচায়ো সংশয় ।
শঙ্কৰ বদন্তি কথা শুন মহাশয় ।
যিকাৰণে ৰত্নপুৰ আচাম বোলয় ।

আদি অন্তে কথা কহোঁ শুনা নৰেশ্বৰ ।
এহি বুলি কহিবাক লাগিলা শঙ্কৰ ।
অঙ্গ নামে ৰাজা এক আছিল ৰাজ্যত ।
ৰত্নপৃষ্ঠ ৰত্নপুৰ নিৰ্ম্মিলা পূৰ্ব্বত ॥
অঙ্গ নৃপতিয়ে ৰত্নপুৰক নিৰ্ম্মিলা ।
সেহি দেখি ৰত্নপুৰ নাম খ্যাত পাইলা ।
সিটো নগৰক অঙ্গ নৃপতিয়ে পাই ।
সেহিসে কাৰণে তাক আচাম বোলয় ।
আৰু এক কথা শুনা ৰাজা মহাশয় ।
পূৰ্ব্বাপৰ কথা আৰু কহিবোঁ নিশ্চয় ।
যৈখানি মিলিল যুদ্ধ কুৰু পাণ্ডৱৰ ।
কৌৰৱৰ লগে অঙ্গে কৰিলা সমৰ ॥
কৌৰৱৰ পক্ষে অঙ্গ নৃপতি যুজিলা ।
পাণ্ডৱৰ হাতে অঙ্গ নৃপতি মৰিলা ॥
ভাৰতৰ যুদ্ধে অঙ্গ নৃপতি মৰিল ।
যুধিষ্ঠিৰ নৃপতিয়ে সিটো ৰাজ্য পাইল ।
তোমাৰ উপৰি বংশ ৰাজা ভগদত্ত ।
সেহি ৰণে তাঙ্কো মাৰিলন্ত পাণ্ডুসূত ॥
ভাৰত যুদ্ধত ৰাজা যত মৰিলন্ত ।
সমস্তে ৰাজ্যক পাণ্ডুসূতে লভিলন্ত ।
যৈখানি স্বৰ্গক গৈলা ৰাজা যুধিষ্ঠিৰ ।
তান নাতি পৰীক্ষিত ভৈলা নৰেশ্বৰ ।

জম্বুদ্বীপ মধ্যে তেহু মহাৰাজা ভৈলা ।
জন্মিজয় মুখ্যে তান চাৰিপুত্ৰ ভৈলা ॥ ৪৩৫
তক্ষকে দংশিলে ৰাজা বৈকুণ্ঠক গৈলা ।
জম্বুদ্বীপ মধ্যে জন্মিজয় ৰাজা ভৈলা ।
চাৰি পুত্ৰ ভৈলা জন্মিজয় নৃপতিৰ ।
তিনি পুত্ৰ আছিল পৰীক্ষিত নৃপতিৰ ।
তাত পাচে জন্মিজয় পৰলোকে গৈলা ।
তেহু সপ্তজন জম্বুদ্বীপে ৰাজা ভৈলা ।
সাত খণ্ড কৰি জম্বুদ্বীপ পাতিলেক ।
তাসম্বাৰ পুত্ৰ নাতি অনেক ভৈলেক ॥
সাত খণ্ড কৰি জম্বুদ্বীপক ভুঞ্জিলা ।
পাণ্ডুৰ বংশত অসংখ্যাত ৰাজা ভৈলা ॥ ৪৪০
জন্মিজয় নৃপতিৰ কনিষ্ঠ কুমাৰ ।
বিক্ৰমাদিত্য নামে ৰাজা পাতিলা নগৰ ।
বিক্ৰমাদিত্যৰ পুত্ৰ নাতি ভৈলা জাত ।
সবে ৰাজা ভৈলা ৰত্নপুৰ নগৰত ।
অনেক পুৰুষ তাতে ৰাজা হুয়া ৰৈলা ।
সেহি বংশে প্ৰতাপুৰ নামে ৰাজা ভৈলা ।
তাহান তনয় ৰাজা নামে ময়মত ।
তান দুই পুত্ৰ ভৈলা জগতে প্ৰখ্যাত ।
এক এক খানি কন্যা বিহাইলন্ত দুই ।
নাগমত আৰিমত নামে পুত্ৰ দুই ॥ ৪৪৫

দুই তনয়ৰ কন্যা বিহাক কৰাইলা ।
দুইজন পুত্ৰ মধ্যে কন্যা এক ভৈলা ।
বিধিব্ৰতে ময়মতে ভৈলাদৈ থৈলা ।
সেহি কন্যা দান দিবে ৰাজা মন কৈলা ।
ভৈলাদৈ নামে কন্যা পৰম সুন্দৰী ।
তাহাৰ উপমা দিতে নাহিকয় সৰি ।
বিধিব্ৰতে তান সয়ম্বৰক পাতিলা ।
দূত পঠাই সব ৰাজাগণক মাতিলা ।
শুনি আসিলেক অসংখ্যাত ৰাজাগণ ।
লোহিতো গৈলেক ৰঙ্গ চাহিবাক মন ॥ ৪৫০
যোগ্য অনুসাৰে অৰ্চ্চিলন্ত ময়মত ।
সভা মাজে বসিলেক ৰাজাগণ যত ।
পাছে বাপ সমে কন্যা সভাত বসিলা ।
চতুৰ্দ্দিকে নিহালিয়া সভাক চাইলা ।
ভিন ভিন কৰি ৰাজা জায়ক চিনান্ত ।
হাতে মালা ধৰি কন্যা সভা নিহালন্ত ।
লোহিত নামত যিটো ব্ৰাহ্মণ নন্দন ।
শান্তানু পুত্ৰৰ ৰূপ সবাতে প্ৰধান ।
জম্বুদ্বীপ তীৰ্থ ৰাজা সবাতে উত্তম ।
ত্ৰিভুবন মধ্যে যাৰ ৰূপ নাহি সম ॥ ৪৫৫
তান ৰূপ দেখি ভৈলাদৈ মোহ গৈলা ।
সুৱৰ্ণৰ মালা দিয়া তাহাঙ্ক বৰিলা ।

হেন দেখি আনন্দিত ভৈলা ময়মত ।
বিহা দিলা কন্যা তীৰ্থ ৰাজা লোহিতত ।
যৌতুকে সহিতে বিধিৱন্তে বিহা দিলা ।
কন্যা লৈয়া ব্ৰহ্মপুত্ৰ নিজ থানে গৈলা ।
নিজ নিজ দেশে চলি গৈলা ৰাজাচয় ।
দুই পুত্ৰ সমে ৰাজা ৰৈলা নিজ ঠাই ।
ৰতনপুৰত ৰাজা আনন্দে ৰহিলা ।
কতোদিন ময়মতে পৃথিবী পালিলা ॥ ৪৬০
একদিনা মনত গুণিলা নৰপতি ।
মন্ত্ৰীসমে আলচ কৰিলা মহামতি ।
দুই পুত্ৰ ৰাজা হৌক মোহোৰ ৰাজ্যত ।
বিভাগ কৰিয়া দিবো প্ৰজাগণ যত ।
মই বিদ্যমানে বিভাগিয়া দিবোঁ ৰাজ ।
মোৰ অন্তে পুত্ৰ দুইৰ মিলিব অকাজ ।
হেনয় আলচ কৰি মন্ত্ৰীয়ে সহিতি ।
সমুদ্ৰ মন্ত্ৰীক পঠাই দিলন্ত তৰিতি ।
নগৰ নিৰ্ম্মিয়ো লোহিতৰ সমীপত ।
হেন শুনি মন্ত্ৰী চলি গৈলেক তৰিত ॥ ৪৬৫
বিশ্বম্ভৰ ৰূপে শিৱ আছে যিথানত ।
তান নামে নগৰক নিৰ্ম্মিলা তহিত ।
বিশ্বনাথ নামে দিব্য নগৰ কৰিলা ।
ময়মত ৰাজা দেখি সন্তোষ লভিলা ।

জ্যেষ্ঠ পুত্ৰ আৰিমত কুমাৰক নিলা ।
বিশ্বনাথ নগৰৰ নৃপতি পাতিলা ।
কনিষ্ঠ তনয় যাৰ নাম নাগমত ।
তাঙ্ক ৰাজা পাতিলন্ত ৰতনপুৰত ।
ধনে জনে বিভাগি দুইহাঙ্কে ৰাজ্য দিলা ।
শুনা নৰনাৰায়ণ যেন কথা ভৈলা ॥
দুই বৰ্ষ ভোগ কৰি ৰাজা নাগমত ।
মৃত্যু ভৈলা ৰত্নপুৰে জানা স্বৰূপত ।
সেহি নগৰত ময়মত ৰাজা ভৈলা ।
পুনৰূপি ৰত্নপুৰ নগৰ পালিলা ।
এহিমতে আনন্দতে চৈদ্ধ বৰ্ষ আছে ।
শুনিয়োক ৰাজা যেন কথা ভৈলা পাচে ।
একদিনা বৃদ্ধ ময়মত নৰেশ্বৰ ।
বিশ্বনাথ নগৰক গৈলেক সত্বৰ ।
পিতৃ আসিবাৰ দেখি আৰিমত ৰাই ।
আগ বাঢ়ি সাদৰে গৃহক লৈয়া যায় ॥
মান্য সতকাৰে ৰাজা পিতৃক তুষিলা ।
সেহি বেলা ময়মতে পুত্ৰক কহিলা ।
মোৰ লগে চলা বাপু মৃগ মাৰোঁ গৈ ।
মৃগমাংসে ভৱানীক পূজিবোঁহোঁ মই ।
হেনয় পিতৃৰ বাক্য শুনি আৰিমত ।
চতুৰঙ্গ সেনাগণ সাজিলা শকট ।

পাত্র মন্ত্রী হস্তীগণ ঘোঁৰা লৈয়া যায় ।
পিতা পুত্র দুই ৰাজা মৃগয়া কৰয় ।
কতোবেলি পাইলা গৈয়া ঘোৰ বনমাজ ।
মৃগ মাৰ বুলি আদেশিলা মহাৰাজ ॥ ৪৮০
হেন আজ্ঞা শুনি পাত্র মন্ত্রী প্রজা যত ।
অৰণ্যৰ মৃগগণ মাৰিলা বহুত ।
জাল ধেনু যাঠী মাৰিলন্ত মৃগগণ ।
তথাপিতো তুষ্ট নুহি নৃপতিৰ মন ।
দৈবৰ লিখিত হেন ৰাজাৰ আশ্রয় ।
মৰিবাক লাগে কোনে ৰাখিবে পাৰয় ।
আৰিমত তনয়ক চাহিলা নৃপতি ।
মৃগ মাৰ বুলি আদেশিলা নৰপতি ।
তুমি আমি দুইজনে মৃগ মাৰোঁ গৈ ।
হেন শুনি ধেনু ধৰি আৰিমত ৰাই ॥ ৪৮৫
পিতা পুত্রে দুইজনে ধেনু-শৰ লৈ ।
অৰণ্যত পশি বহু মৃগক মাৰয় ।
শৰ হান পশুগণ অনেক মাৰিলা ।
পৰ্ব্বত সমান কৰি দোলে দোলে থৈলা ।
সেহিবেলা এক মৃগ বনৰ বজায় ।
প্রাণ ভয়ে লৰৰিয়া অন্য বনে যায় ।
পিতা পুত্র দুয়ো ৰাজা পশু খেদিলেক ।
ঘোঁৰা মেলি দুয়ো ৰাজা খেদিয়া গৈলেক ।

দুয়োজনে শৰ প্ৰহাৰন্ত ঘনেঘন ।
লৰৰন্তে যায় পশু নিবিন্ধয় বাণ ॥ ৪৯০
হেন দেখি মহাখঙ্গে আৰিমত ৰাই ।
আগ বাঢ়ি শৰ এক প্ৰহাৰিলা যায় ।
বেগে পশু অন্তৰিলা সেহি সময়ত ।
শৰৰ সম্মুখ ভৈলা ৰাজা ময়মত ।
বিন্ধা শবদে শৰ কণ্ঠত পৰিলা ।
ময়মত ৰাজাৰ শিৰক ছেদিলা ।
ঘোঁৰা হন্তে উফৰি পৰিলা ময়মত ।
হেন দেখি মহা শোকে ৰাজা আৰিমত ।
ঘোঁৰা হন্তে ঝাপ দিয়া এৰি ধনু শৰ ।
পিতৃক চাহিয়া ৰাজা কান্দিলা বিস্তৰ ॥ ৪৯৫
অনেক প্ৰকাৰে গুণ বৰ্ণাই বৰ্ণাই ।
পিতৃৰ চৰণে পৰি কান্দে মহাৰাই ।
হিয়া থাকুৰিয়া কান্দিলন্ত নৰেশ্বৰ ।
প্ৰসাদে ক্ৰন্দন শুনি চাপিলা ওচৰ ।
পাত্ৰ মন্ত্ৰী সেনাগণে সবে লগ লৈলা ।
মৰি আছে ময়মত্ত ৰাজাক দেখিলা ।
সমস্তে কান্দিলা পাত্ৰ মন্ত্ৰী নিৰন্তৰ ।
পাচে সুস্থ হুয়া আৰিমত নৰেশ্বৰ ।
লোহিত তীৰত ৰাজা চিতাক নিৰ্ম্মিলা ।
ময়মত নৃপতিক চিতাত তুলিলা ॥ ৫০০

মুখাগ্নি কৰিয়া তান শৰীৰ দহিলা।
তাত পাচে স্নান কৰি নগৰক গৈলা।
প্ৰেতকৰ্ম্ম কৰিবাক উপায় কৰিলা।
শাস্ত্ৰবেদী পণ্ডিতক মতাই অনাইলা।
পিতৃবধ প্ৰায়চিত্ত নৃপতি চোৱাইলা।
পিতৃবধ প্ৰায়চিত্ত বেদে নধৰিলা।
পিণ্ডকো দিবাক নুবুলিলা বিপ্ৰগণ।
হেন শুনি আৰিমত্তে গুণে মনে মন।
পিতৃবধ প্ৰায়চিত্ত কোন থানে পাওঁ।
কেনমতে ইটো মই পাতেক এৰাও ॥
এহি বুলি অনাইলা অনেক বিপ্ৰগণ।
দান লৈয়ো বুলি কথা কহিলা ৰাজন।
এহি শুনি বিষ্ণু স্মৰি বিপ্ৰ নিৰন্তৰ।
নলৈবোহোঁ দান পিতৃবধ পাতকীৰ।
এহি বুলি চলি গৈলা বিপ্ৰ নিৰন্তৰ।
বৰ চিন্তা লভি আৰিমত নৃপবৰ।
পাত্ৰ মন্ত্ৰী সহিতে সমস্তে আলচিলা।
পিতৃবধ এৰাইবাৰ উপায় নপাইলা।
ৰাজায়ে বোলয় মোৰ শৰীৰ দগধ।
আপুনি কৰিলোঁ আপনাৰ পিতৃ বধ ॥
কিলিখা ৰহিল মোৰ চন্দ্ৰ দিবাকৰ।
কলঙ্ক থাকিল মোৰ পাণ্ডুৰ বংশৰ।

ক্ষত্ৰীকুলে জন্ম মোৰ ৰাজা নাম লৈলোঁ ।
মহাগুৰু পিতৃবধ কলঙ্ক কৰিলোঁ ।
এহি বুলি মহা দুখে ৰাজা আৰিমত ।
বুলিলা বচন ৰাজা সবাৰো আগত ।
মোহোৰ বচন শুনিয়োক সৰ্ব্বজন ।
জগন্নাথে গৈয়া কৰিবোহোঁ গঙ্গাস্নান ।
মোৰ লগে চলিয়োক পাত্ৰমন্ত্ৰী যত ।
বৃদ্ধ মন্ত্ৰী সমুদ্ৰ থাকোক নগৰত ॥ ৫১৫
সমুদ্ৰ মন্ত্ৰীক ৰাজা নগৰত থৈলা ।
ৰত্নপুৰ নগৰকো তাঙ্কে সমৰ্পিলা ।
মই নাহোঁ মানে পালিবাহা নগৰক ।
প্ৰতিপাল কৰিবাহা সমস্তে প্ৰজাক ।
তোমাৰ তনয় যিটো নামে মনোহৰ ।
তাঙ্ক মন্ত্ৰী পাতোঁ বিশ্বনাথ নগৰৰ ।
এহি বুলি ৰাজা মন্ত্ৰী দুয়ো আলচিলা ।
বিশ্বনাথে মনোহৰক মন্ত্ৰী যে পাতিলা ।
ৰাজায়ে বোলন্ত কথা শুনা মনোহৰ ।
মন্ত্ৰী হুয়া বিশ্বনাথে পাল্লিবা নগৰ ॥৫২০
মই নাহোঁ মানে পালিবাহা নগৰক ।
মোৰ সম হৈয়া তুমি পালিবা প্ৰজাক ।
অনেক দিনৰ আছে ৰত্ন সুবৰ্ণৰ ।
তাহাকো কৰিবা প্ৰতিপাল মনোহৰ ।

এহি বাক্যে মন্ত্ৰী পাতিলন্ত নৰেশ্বৰ ।
মনোহৰ মন্ত্ৰী বিশ্বনাথ নগৰৰ ।
আজি ধৰি ৰাজা পিতা পুত্ৰ দুয়োজন ।
উভয় নগৰে ৰহিলন্ত দুয়োজন ॥
যদি দুই মন্ত্ৰী ৰৈলা দুই নগৰত ।
পাচে কি কৰিলে তথা ৰাজা আৰিমত ॥
অনেক সুবৰ্ণ ৰত্নগণ অসংখ্যাত ।
ভণ্ডাৰৰ হন্তে তুলি লৈলেক নৌকাত ।
গঙ্গাত দিবোঁহো দান যাইবোঁ জগন্নাথ ।
এহি বুলি তৈকে চলি গৈলা নৰনাথ ।
পাত্ৰমন্ত্ৰী সহিতে নৃপতি চলি গৈলা ।
কতো দিনে গৈয়া ৰাজা জগন্নাথ পাইলা ।
জগন্নাথ সমীপত ৰৈলা আৰিমত ।
কুষ্ঠৰোগ হৈল তান সমস্ত গাৱত ।
ৰোগাৰিষ্ট লোক ক্ষেত্ৰ পশিবে নেদয় ।
বেঁতে ঠেলি পাণ্ডাগণে খেদিয়া পেলায় ॥
ৰোগাৰিষ্ট ৰাজা তৈকে পশিবাক গৈলা ।
পাণ্ডাগণে বেঁতে ঠেলি পশিবে নেদিলা ।
হেন দেখি মহা দুখে আৰিমত ৰাই ।
তৈৰ হন্তে ভাগীৰথী গঙ্গা পাইলা যায় ॥
গঙ্গাজলে নামি স্নান কৰি আৰিমত ।
গঙ্গাত পেলায়া দিলা সুবৰ্ণ ৰজত ॥

হেন দেখি মহা খঙ্গে ভাগীৰথী আই ।
পিতৃহন্তা ধন বুলি দিলে ওলটাই ॥
আচাৰি বামত তুলি দিলা সবে ধন ।
হেন দেখি নৃপতি কৰিলা দুখ মন ॥৫৩৫
সেহি সব ধন লৈয়া আইলা তৈৰ হন্তে ।
মনত গুণত ৰাজা পথত আসন্তে ।
দান দিলে পিতৃহত্যা পাপ গুচিবেক ।
মিত্ৰ বুলি ইটো দান লোহিতে লৈবেক ।
এহি বুলি ব্ৰহ্মকুণ্ডে ৰাজা চলি গৈলা ।
পিতৃবধ পাপ যাউক বুলি ধন দিলা ।
পিতৃবধ ধন বুলি লোহিতে নলৈলা ।
বামক আচাৰি ব্ৰহ্মপুত্ৰেৰো পেলাইলা ॥
হেন দেখি নৃপতিৰ মহা শোক ভৈলা ।
আমাৰ কপালে কেহুঁ ধনক নলৈলা ॥৫৪০
কোনোমতে উপায় নপায়া নৰেশ্বৰ ।
তৈৰ হন্তে মহা দুখে আইলা নৃপবৰ ।
দিক্ৰং বাসিনী গঙ্গা ৰাজা তৈকে গৈলা ।
নৌকা সমে ৰত্ন সব তাতে ভৰি লৈলা ।
নৌকাত ভৰিয়া ৰত্ন নিয়োজন কৈলা ।
নৌকা সমে আৰিমত তৈকে চলি গৈলা ।
এশ সাতখান নৌকা ৰত্ন সুবৰ্ণৰ ।
জলত পেলাইলা আৰিমত নৰেশ্বৰ ।

বৃক্ষে বান্ধি জলে ডুবাই থৈলা নৌকা যত।
সমস্তে প্ৰজাক ৰাজা তুলিলা বামত ॥৫৪৫
আপুনি এৰিলা প্ৰাণ জলত সোমাই।
দিক্ৰং বাসিনী গঙ্গা উপায় নাপাই।
আত্মবধ, পিতৃবধ, তাতে ৰত্নগণ।
দিখৌৰে নলৈলা তাক কৰি কোপ মন।
কূপে পেলাই সেহি ধন তথাতে ৰাখিয়া।
দিখৌও গৈলেক তেৱঁ হস্তে অস্তৰিয়া।
কূপতে ৰহিলা অসংখ্যাত ৰত্নগণ।
অদ্যাপিও কূপ মধ্যে আছে সেহি ধন।
এহিমতে মৰিলেক ৰাজা আৰিমত।
নগৰক গৈলা নৃপতিৰ প্ৰজা যত ॥৫৫০
যেন মতে আৰিমত নৃপতি মৰিল।
সেহি কথা প্ৰজা মনোহৰত কহিল।
হেন শুনি মনোহৰে পিতৃক আনিলা।
পিতা পুত্ৰ দুয়ো পাচে আলচ কৰিলা।
পাত্ৰ মন্ত্ৰী ভাঙ্গিলেক পুৰণিসবক।
নগৰৰ বাজ কৰি খেদাইলা সবাক।
পিতা পুত্ৰ দুই মন্ত্ৰী নগৰত ৰৈলা।
মন্ত্ৰী হৈয়া দুয়োখান নগৰ পালিলা।
অৰাজা দেশক মন্ত্ৰী হুয়া পালিলেক।
সিকাৰণে সৰ্ব্বজনে ভূঞা বুলিলেক ॥৫৫৫

এহি মতে দুইজন দুই থানে আছে ।
শুনিয়োক ৰাজা যেন কথা ভৈলা পাছে ।
ৰাজা মৰিবাৰ বাৰ্ত্তা লোহিতে শুনিলা ।
ৰত্নপুৰ নগৰক তীৰ্থৰাজা গৈলা ।
শম্ভুৰৰ পুৰি গৈয়া দেখিলেক পাচে ।
অসংখ্যাত ৰত্ন সব প্ৰকাশন্তে আছে ।
বলুকা পেলায়া ৰত্ন নগৰ পুতিলা ।
নগৰৰ দুই কাষে ব্ৰহ্মপুত্ৰ গৈলা ।
অদ্যাপিয়ো দুই কাষে লোহিত বহয় ।
সিকাৰণে ৰত্নপুৰ মাজুলি বোলয় ॥ ৫৬০
ৰত্নপুৰ নগৰক লোহিতে পুতিলা ।
বিশ্বনাথ নগৰকো পুতিবাক গৈলা ।
দেখন্ত দ্বাৰত আছে শিৱ বিশ্বম্ভৰ ।
কাৰ সাধ্য শিৱ সমে পুতিব নগৰ ।
হেন দেখি সচকিত লোহিত ভৈলেক ।
বিশ্বনাথ নগৰক নুপুতি থৈলেক ।
মনত বোলন্ত শিৱ আছে এহি ঠাই ।
নগৰ পুতিলে শিৱ সমে পোতা যায় ।
সিকাৰণে নগৰ নুপুতি ৰাখা ভাল ।
নগৰ পুতিলে শিৱে পাতিবে জঞ্জাল ॥ ৫৬৫
এহি ভাবি ব্ৰহ্মপুত্ৰ মহা ভয় ভৈলা ।
নগৰ নুপুতি নিজ থানে চলি গৈলা ।

বিশ্বনাথ নগৰ থাকিল পূৰ্ব্বিৰত ।
ৰাজা নাহিকয় মন্ত্ৰী পালে প্ৰজা যত ।
সমুদ্ৰ মন্ত্ৰীয়ো পাচে পৰলোকে গৈলা ।
মনোহৰে প্ৰেত কাৰ্য্য সমস্তে কৰিলা ।
মাতৃ ভাৰ্য্যাগণ আৰিমত নৃপতিৰ ।
তাসম্বাক প্ৰতিপাল কৰে মনোহৰ ।
বলুকা পেলায়া ৰত্ন নগৰ পুতিলা ।
বিশ্বনাথ নগৰত সবে প্ৰজা ৰৈলা ॥ ৫৭০
মনোহৰে প্ৰতিপাল কৰে তাসম্বাক ।
নগৰ সহিতে সব পালিলা প্ৰজাক ।
ষোড়শ বছৰ ভোগ কৰি আৰিমত ।
মনোহৰক মন্ত্ৰী পাতি থৈলা নগৰত ।
সেহি ধৰি মনোহৰে পালে প্ৰজাগণ ।
মনোহৰ সম কোন মন্ত্ৰী হৈবে আন ।
তান জীৱ নাতি হৈল ভূঞা সৰ্ব্বজন ।
শান্তানু সুমন্ত এহি দুই বংশগণ ।
ৰত্নপুৰ মধ্য দেশ যতেক আছয় ।
দীচাং, ভৈৰবী, গোসানীৰ পৃষ্ঠচয় ॥ ৫৭৫
তাতেসে আচাম দেশ বোলে সৰ্ব্বজন ।
সেহি ৰাজ্য পালিলেক বাৰ ভূঞাগণ ।
সৌমাৰ নৃপতি ভূঞাগণক ধৰিলা ।
সেহি ৰাজ্যে সৌমাৰ নৃপতি ৰাজা ভৈলা ।

ৰত্নপুৰ আচামত নৃপতি ভৈলেক ।
সিকাৰণে আচাম নৃপতি বুলিলেক ।
সৌমাৰ নৃপতি তেহ্ন্ত ইন্দ্ৰবংশে জাত ।
আচাম নৃপতি ভৈলা জগতে প্ৰখ্যাত ।
যি কথা সুধিলা তুমি আচাম ৰাজাৰ ।
সমস্তে কহিলোঁ শুনিলাহা নৰেশ্বৰ ॥ ৫৮০
হেন শুনি পুনৰূপি নৰনাৰায়ণ ।
শঙ্কৰক চাহি পুনু বুলিলা বচন ।
কিকাৰণে ব্ৰহ্মপুত্ৰে অন্যায় কৰিলা ।
কিবা দোষে ৰত্নপুৰ নগৰ পুতিলা ।
ইসব কথাৰ মোৰ গুচায়ো সংশয় ।
ৰাজাক সম্মুখি পাচে শঙ্কৰে কহয় ।
ভবিষ্যত কথা হৈব প্ৰখ্যাত ভুবনে ।
তথাপিতো কহিবোঁহোঁ শুনা সাৱধানে ।
মধ্য কলিযুগ আসি যেতিয়া হৈবেক ।
ৰত্নপুৰ দেশ পুনুৰূপি ওলাইবেক ॥ ৫৮৫
দুইখান লোহিত একখান হৈবে যেবে ।
সিটো নগৰত ৰাজা পুনু হৈব তেবে ।
ঢাকিবাৰ বলুকাক লোহিতে নিবেক ।
লোহিতৰ পুত্ৰে তাতে নৃপতি হৈবেক ।
লোহিতৰ বীৰ্য্যে ভৈলাদেৱ গৰ্ভে জাত ।
কুশাৰণ্য নাম হৈবে জগতে প্ৰখ্যাত ।

লোহিতৰ পুত্ৰ বুলি সবে নজানিব ।
কুশৰ মূলত জন্ম ৰাজাৰ বুলিব ॥
ৰত্নপুৰ নগৰত সিটো ৰাজা হৈব ।
একছত্ৰে জম্বুদ্বীপ পৃথিবী পালিব ॥ ৫৯০
শতেক বছৰ জম্বুদ্বীপ পালিবেক ।
মাতুলৰ ধনৰত্ন সমস্ত পাইবেক ।
শঙ্কৰ বদন্তি কথা শুনা নৰেশ্বৰ ।
ভবিষ্যত কৈলো কুশাৰণ্য নৃপতিৰ ।
আবে শুনিয়োক কথা সৌমাৰ ৰাজাৰ ।
এহি বুলি কহিবাক লাগিলা শঙ্কৰ ।
সৌমাৰ নৃপতি বাঢ় ভূঞাক বৰাইলা ।
ৰত্নপুৰ আচাম ৰাজ্যত ৰাজা ভৈলা ।
ঐশ্বৰ্য্য যতেক বিশ্বনাথ নগৰৰ ।
ভূঞাগণে দিলা তাক পাইলা নৰেশ্বৰ ॥ ৫৯৫
ধীৰনাৰায়ণ নামে ছুটীয়া নৃপতি ।
ৰণ কৰি ভূঞাগণে মাৰিলা সম্প্ৰতি ।
ভূঞা হস্তে বিদৰ্ভ দেশক পাইলা ৰাজা ।
আৰু মহাবল নামে কছাৰীৰ ৰাজা ।
তাকো মাৰি কুৰ্ম্মপৃষ্ঠ দিলা ভূঞাগণ ।
তিনি ৰাজ্য পাইলা ৰাজা আনন্দিত মন ।
সৌমাৰ সহিতে চাৰি দেশক পাইলন্ত ।
ৰৰগুৱা নগৰত নৃপতি ভৈলন্ত ।

বিষয় সম্পত্তি দিয়া ভূঞাক ৰাখিলা ।
অদ্যাপিও বাঢ় ভূঞা নাম খ্যাত ভৈলা ॥ ৬০০
এহি মতে ভূঞাগণ ৰাজায়ে ৰাখিলা ।
যত যত বস্তু মানে বিচাৰি চাহিলা ।
যত বস্তু আছিল পাইলন্ত সমস্ত ।
সুমন্ত সন্তানে পাইলা সূৰ্য্যে দিয়া শাস্ত্ৰ ।
ভাৰ্য্যাসকলক চাই বুলিলা বচন ।
কৈক লাগি গৈল সূৰ্য্যে দিয়া শাস্ত্ৰখান ।
হেন শুনি ভাৰ্য্যাগণে বুলিলন্ত বাণী ।
তোমাসাক ধৰি ৰাজা নিলন্ত যৈসানি ।
সেহি বেলা আমি সবে ভয় কৰি বৰ ।
আলচিলোঁ আমি সবে দেৱী পূজিবাৰ ॥ ৬০৫
ৰামপুৰে তোমাসাৰ বংশ যে আছয় ।
কৌনজবৰ আদি মুখ্যে বাঢ়জন ভাই ।
তাসম্বাৰ ঘৰে দেবী পূজিবাক মনে ।
দূত হাতে শাস্ত্ৰ পঠাই দিলো তেতিক্ষণে ।
হেন শুনি ভূঞাগণে চিন্তা কৰি বৰ ।
ভাৰ্য্যাসকলক চাই নিন্দিলা বিস্তৰ ।
পূৰ্ব্বে শাস্ত্ৰ নিয়া দূত বিচাৰি আনিলা ।
উজিৰ ভূঞাক সবে বচন বুলিলা ।
ভূঞাগণে বোলে ভাতৃ শুনিয়ো উজিৰ ।
এহি দূত সমে তুমি যায়ো ৰামপুৰ ॥ ৬১০

কতিপয় দিনে গৈয়া ৰামপুৰ পাইলা ।
এক ৰাতি কৌনজবৰ ঘৰে গৈয়া ৰৈলা ।
ভূঞাৰ কুশল বাৰ্ত্তা সুধি কৌনজবৰ ।
সমস্তে কহিলা কথা ভূঞা যে উজিৰ ।
কল্পতৰু শাস্ত্ৰখান আছে তজু ঠাই ।
শাস্ত্ৰ নিবে লাগি দদা দিলেক পঠাই ।
এহি দূতে শাস্ত্ৰ আনি দিলেক পূৰ্ব্বত ।
এতিয়া শাস্ত্ৰক দিয়া ইহাৰ হাতত ।
এহি সব কথা যেবে কহিলা উজিৰ ।
হেন শুনি কহিলন্ত ভূঞা কৌনজবৰ ॥ ৬১৫
এহি দূতে শাস্ত্ৰখান মোক দিয়া নাই ।
স্বৰূপ কহিলোঁ মই শাস্ত্ৰ পোৱা নাই ।
পোৱা হলে শাস্ত্ৰখান দিলো হস্তে তোক ।
দূতে নাই দিয়া শাস্ত্ৰ কিয় খোজা মোক ।
মিছা মাতি দূতক খঙ্গিলা কৌনজবৰ ।
নৈৰাশ বচন হেন শুনিলা উজিৰ ।
প্ৰভাততে উঠি তান্ত বিদায় লৈলেক ।
দূত সঙ্গে উজিৰ যে গৃহক গৈলেক ।
কতিপয় দিনে গিয়া সমীপ পাইলন্ত ।
ভূঞা সমস্ততে সব কথা কহিলন্ত ॥ ৬২০
নাই পোৱা বুলি শাস্ত্ৰখান ৰাখিলেক ।
হাতে দিয়া নাই বুলি শাস্ত্ৰ নিদিলেক ।

দূতক খঙ্গিয়া মিছা মাতি শাস্ত্র লৈলা ।
উজিৰে ইসব কথা ভূঞাত কহিলা ।
হেন শুনি ভূঞাগণে বৰ চিন্তা কৰি ।
মনদুখে ৰহিলন্ত ৰাজাৰ নগৰি ।
ভূঞাগণে কল্পতৰু শাস্ত্র নপাইলন্ত ।
সুমন্তৰ পুত্রে মিছা মাতি ৰাখিলন্ত ।
শান্তানুৰ পুত্রগণ ৰৈলা সেহি ঠাই ।
সুমন্ত পুত্রৰ কথা শুনা মহাৰাই ॥ ৬২৫
কামৰূপে তুমি ৰাজা তোমাৰ ৰাজ্যত ।
ৰামপুৰ নামে গ্রাম জগৎ প্রখ্যাত ।
সেহি গ্রামে আছিলন্ত ভূঞা বাৰজন ।
সমস্তৰে কথা কহোঁ শুনিয়ো ৰাজন ।
কৌনজবৰ, ৰঘু, মকুন্দ, কদম্ব, সুৰথ ।
সুন্দৰ, সুৰ, সুৰঙ্গ, গৌৰবাঙ্গ, মহাৰথ ।
লেপ, লেগ নাম এহি ভূঞা বাৰজন ।
বাৰভূঞা বোলে সবে সুমন্ত নন্দন ।
মহান গম্ভীৰ সবে বিষ্ণু ভক্তগণ ।
সত্ত্ব গুণে প্ৰবৰ্ত্তি থাকয় সৰ্ব্ব জন ॥ ৬৩০
সেহি সব ভূঞা মৰি পৰলোকে গৈলা ।
তাসম্বাৰ প্রেতকৰ্ম্ম পুত্রগণে কৈলা ।
বিভাগ হৈলেক সবে ভিন্ন ভিন্ন মানে ।
তোমাৰ আগত ৰাজা কহো বিদ্যমানে ।

পৃথকে থাকিয়া বিষ্ণু নাম এৰিলন্ত ।
নাম ভক্তি এৰি সবে গোসানী পূজন্ত ।
দুর্গা পূজা কৰি সবে ৰৈলা সিটো ঠাই ।
অদ্যাপিও ৰামপুৰে দেখিয়ো নিছয় ।
আচাগ যে কামৰূপ দেশ বেহাৰৰ ।
তিনিয়ো ৰাজ্যত আছে দুই ভূঞা কুমাৰ ॥৬৩৫
এহিমতে দেশে দেশে আছে ভূঞাগণ ।
ভূঞাৰ অধিক বংশ জানিবা ৰাজন ।
আমাৰ কথাক কহো শুনা নৰেশ্বৰ ।
সুমন্ত ভূঞাৰ পুত্ৰ নামে কোনজবৰ ।
কৌনজবৰে মন্ত্ৰণা কৰিলা ভূঞাৰ ।
তথায়ে ৰাখিলা শাস্ত্ৰখান তাসম্বাৰ ।
তেহুঁ কিছুদিন থাকি বেহাৰ দেশত ।
সিকাৰণে কনৌজপুৰ নামে ভৈলা খ্যাত ।
পাচে ৰামপুৰে আসি তেহুঁ মৃত্যু ভৈলা ।
তান নাতি চণ্ডীবৰে পাছু শাস্ত্ৰ পাইলা ॥ ৬৪০
সেহি শাস্ত্ৰ মতে তেহুঁ দেবী পূজিলেক ।
কৌনজবৰ বংশে সেহি শাস্ত্ৰক পাইলেক ।
সুমন্তৰ জ্যেষ্ঠ পুত্ৰ কৌনজবৰ নাম ।
তান পুত্ৰ সুপন্থ গিৰি যে অনুপম ।
তাহান তনয় কৃষ্ণগিৰি নামে খ্যাত ।
তান পুত্ৰ সুবৰ্ণ গিৰি যে প্ৰখ্যাত ।

তাহান তনয় গন্ধৰ্ব্বগিৰি নাম ।
তান পুত্র হৰিবগিৰি যে অনুপম ।
তান পুত্র কৃষ্ণকান্তি শুনা মহাৰাই ।
লণ্ডাদেৱ পুত্রগুণ কহন নাযায় ॥
তান পুত্র চণ্ডীবৰ গুণে অনুপম ।
পণ্ডিতালি গুণে যাৰ নুহিকয় সম ।
তানপুত্র ভৈলা যিটো ৰাজধৰ নাম ।
তেহুঁ ৰহিলন্ত বৰদোৱা নামে গ্রাম ।
তান পুত্র ভৈলা পিতামহ সূৰ্য্যবৰ ।
পদ্মফুল ভৈলা ৰাজা কায়স্থ কুলৰ ।
তাহান তনয় জানা নামে কুসুম্বৰ ।
এক চিতে পূজে যিটো দেবী চণ্ডীকাৰ ।
সত্যসন্ধা মাতা মোৰ পিতা কুসুম্বৰ ।
তান পুত্র মোৰ নাম শ্রীমন্ত শঙ্কৰ ॥
মই জন্মি গুচাইলোহোঁ দেবী পূজিবাক ।
শিশুকালে পিতামাতা গৈল পৰলোক ।
খেৰসুটি পিতামহী তুলিলেক মোক ।
সমস্তে কহিলোঁ ৰাজা আমাৰ কথাক ।
ইসব আমাৰ বংশ জানা মহাৰাই ।
আদি অন্ত কথা যত কহিলোঁ বুজাই ।
আমাৰ বংশ কথা শুনিলা নৃপতি ।
এহি বুলি মৌন ভৈলা শঙ্কৰ বদতি ।

হেন শুনি বুলিলন্ত নৰনাৰায়ণ ।
শঙ্কৰক চাহি পুনু বুলিলা বচন ॥ ৬৫৫
নৃপতি বদতি কথা শুনিয়ো শঙ্কৰ ।
সমস্তে শুনিলোঁ কথা তোমাৰ বংশৰ ।
কিন্তু মনে মোৰ এক আছয় সংশয় ।
তুমি আদি কৰি যদি সূৰ্য্য বংশ হয় ।
তেবে কৈক গৈলা শাস্ত্ৰখান সূৰ্য্যে দিয়া ।
কল্পতৰু তামাক্ষৰ শাস্ত্ৰক দেখোৱা ।
তেবে সে প্ৰত্যয় যাওঁ তোমাৰ বচন ।
এহি বুলি মৌনে ৰৈলা নৰনাৰায়ণ ।
মাধৱ বদতি শুনা সন্ত নিৰন্তৰ ।
ৰাজাৰ ইসব বাণী শুনিলা শঙ্কৰ ॥৬৬০
আমাক চাহিয়া গুৰু বুলিলা বচন ।
শীঘ্ৰে গৈ মাধৱ তুমি আনা শাস্ত্ৰখান ।
মোহোৰ গৃহৰ শোৱা শয্যাৰ উপৰে ।
গুপ্ত ভাৱে থৈয়া আছো জপাৰ ভিতৰে ।
কল্পতৰু শাস্ত্ৰখান ধাতু তামাক্ষৰ ।
মোৰ বাক্যে মাধৱ তুমি আনিয়ো সত্বৰ ।
হেন শুনি মই চলি গৈলোঁ তৈৰ হন্তে ।
আনিলোহোঁ শাস্ত্ৰ গৈয়া প্ৰভু গৃহ পান্তে ।
জপা সমে আনিয়া প্ৰভুৰ হাতে দিলোঁ ।
নমস্কাৰ কৰি মই সভাত বসিলোঁ ॥৬৬৫

সেহি বেলা সভাত মেলিযা শাস্ত্ৰখান ।
শঙ্কৰে দেখাইলা শাস্ত্ৰ ৰাজা বিদ্যমান ।
প্ৰতি প্ৰতি কৰি ৰাজা শাস্ত্ৰক চাহিলা ।
সূৰ্য্যে দিযা পূৰ্ব্ব শাস্ত্ৰ নৃপতি দেখিলা ।
সভাত আছিলা মানে প্ৰজা যত যত ।
কল্পতৰু শাস্ত্ৰ তথা কৰিলা বেকত ।
শাস্ত্ৰ দেখি নৃপতি বিস্ময় মানিলেক ।
শঙ্কৰৰ কথা ৰাজা মানিলা প্ৰত্যেক ।
শাস্ত্ৰ দেখি প্ৰমাণ পাইলেক নৃপবৰ ।
মনত বোলন্ত কৃষ্ণ এহন্তে শঙ্কৰ ॥৬৭০
এহি ভাবি সেহি কল্পতৰু শাস্ত্ৰখানি ।
ধন্য ধন্য শঙ্কৰ প্ৰশংসে ৰাজা ৰাণী ।
মিছা নুহি শাস্ত্ৰ ইটো দেখিলোঁ প্ৰমাণি ।
শঙ্কৰৰ হাতে পুনু শাস্ত্ৰ দিলা আনি ।
শাস্ত্ৰ দিযা পুনু কহে নৰনাৰাযণ ।
সকলে বুজিলো সত্য তোমাৰ বচন ।
আৰকো বুলিলা বাণী নৰনাৰাযণ ।
শাস্ত্ৰ সমে সত্য প্ৰভু তোমাৰ বচন ।
আজিসে জানিলোঁ তুমি পূৰ্ণ কৃষ্ণ অংশ ।
তোমাৰ নগৰ সন্ত সবে যদু বংশ ॥ ৬৭৫
নজানি বিস্তৰ মই পুছিলোঁ কথাক ।
অজ্ঞানীৰ দোষ প্ৰভু মৰষিয়ো মোক ।

আজি হন্তে কিছু বাদ নকৰিবোঁ মই ।
ভক্তি দিয়া প্ৰভু মোক তাৰিবে লাগয় ।
নৃপতি বদতি কথা শুনা নিৰন্তৰ ।
সমস্তে জানিবা কৃষ্ণ এহন্তে শঙ্কৰ ।
শঙ্কৰৰ পাৱে মই লৈবোঁহোঁ শৰণ ।
এহি বুলি আনন্দিত নৰনাৰায়ণ ।
সেহি বেলা অস্তাগত ভৈলা দিবাকৰ ।
শঙ্কৰক স্তুতি নতি কৰি নৰেশ্বৰ ॥ ৬৮০
ৰাজাতো বিদায় কৰি শঙ্কৰ গৈলন্ত ।
ভক্তগণ সঙ্গে লৈয়া গৃহে ৰহিলন্ত ।
সেহি দিনা হন্তে বাদ সমাপতি ভৈলা ।
শঙ্কৰক কৃষ্ণ বুলি সমস্তে মানিলা ।
আদি চৰিত্ৰৰ কথা পৰম শোভন ।
একমনে শুনিবা সমস্ত সাধুজন ।
কলিৰ পাতকী জীৱ কৰিবে উদ্ধাৰ ।
শঙ্কৰ স্বৰূপে হৰি ভৈলা অৱতাৰ ।
অজ্ঞানী জীৱক প্ৰভু তাৰিবাক প্ৰতি ।
কুসুম্বৰ ঘৰে আসি ভৈলা উতপতি ॥৬৮৫
আদি যে চৰিত্ৰ কথা কৰিলা প্ৰচাৰ ।
ইহাৰ শ্ৰৱণে হুৱে পাপীও নিস্তাৰ ।
হেনয় শঙ্কৰ পাৱে দৃঢ় কৰি ধৰা ।
বৃথা কথা কহি সবে মিছাত নমৰা ।

কায়বাক্য মনে ভজা শঙ্কৰৰ পাৱে ।
সংসাৰ সমুদ্ৰ শঙ্কৰেসে দৃঢ় নাৱে ॥
নিস্তাৰ কৰন্তা নাই শঙ্কৰত বিনে ।
জানি শঙ্কৰত ভক্তি কৰা ৰাতি দিনে ।
শঙ্কৰেসে পিতা মাতা শঙ্কৰেসে দেৱ ।
শঙ্কৰত বিনে গতি নাহিকয় কেৱ ॥৬৯০
নামেসে পৰম গতি চাৰিও যুগৰ ।
কলিযুগে হৰি নাম অতি শ্ৰেষ্ঠতৰ ।
মাধৱ বদতি কহে অতি অল্পমতি ।
নিৰন্তৰে শঙ্কৰত কৰিয়ো ভকতি ।
ধন্য কলিযুগ ধন্য শঙ্কৰৰ নাম ।
গুৰু সেৱা ধৰ্ম্ম মহা মোক্ষ অনুপাম ।
ইহাত বিশ্বাস যাৰ সাধে মুখ্য কাম ।
মাধৱ বদতি ভণে বোলা ৰাম ৰাম ॥৬৯৫

---

## ছবি ।

মাধৱ বদতি আৰে শুনিয়োক সন্ত সব
হেন কথা আত অনন্তৰ ।
বাদ সমাপতি কৰি শ্ৰীমন্ত শঙ্কৰ হৰি
বাসা গৃহে ৰহিলা ঈশ্বৰ ।

ৰাতিগোট বঞ্চিলন্ত প্ৰভাততে উঠিলন্ত
গুৰু কথা সবাতো কহিলা ।
ৰাজাত বিদায় লওঁ ৰৰদোৱা গৃহে যাওঁ
মোৰ লগে সৰ্ব্বজন চলা ।
হেন শুনি সৰ্ব্বজন ওলাইলেক ৰঙ্গমন
গৃহত নথাকি একো জন ।
গৃহ যে উজাৰ ভৈলা শঙ্কৰৰ লগ লৈলা
দেখি গুৰু বুলিলা বচন ।
শঙ্কৰে বোলন্ত আবে শুনিয়োক সন্ত সবে
একজন গৃহ ৰাখিয়োক ।
হেন শুনি পোৰা পুত্ৰ অনিৰুদ্ধ নামে খ্যাত
তেহুঁ পাচে বুলিলা গুৰুক ।
মই সবে ৰাখোঁ ঘৰ, চলি যায়ো নিৰন্তৰ
অকলে ৰাখিবোঁ মই ঘৰ ।
হেন শুনি সৰ্ব্বজনা চলি গৈলা ৰঙ্গ মন
পাইলা গৈয়া নৃপতিৰ ঘৰ ।
গুৰুক দেখিয়া ৰাজা সঙ্গে লৈয়া বহু প্ৰজা
আগ বাঢ়ি নিলা মহাৰাই ।
সভাত বসাইলা নিয়া কৰ্পূৰ তাম্বুল দিয়া
গুৰুক নমিলা ৰাজা গৈ ॥ ৭০০
সেহি বেলা জগৰন্ত নৃপতিক বুলিলন্ত
শুনা কথা কামৰূপ ৰাই ।

ৰৰদোৱা গৃহে গৈ ৰত্নপুৰ দেশে গৈ
পুনুৰ্ব্বপি ফিৰি আহোঁ মই ।
যদি তজু আজ্ঞা পাওঁ কালি মই তৈকে যাওঁ
অল্প দিনে আসিবোঁ ইঠাই ।
হেন শুনি নৰপতি বিদায় দিলেক আতি
নৰনাৰায়ণ মহাৰাই ।
হেন শুনি সৰ্ব্বজন গৈলা পুনু ৰঙ্গ মন,
পাইলা গৈয়া আপোন ভৱন ।
হেন দেখি সন্ত সবে ৰজাক প্ৰশংসে আৰে
ভাল ৰাজা নৰনাৰায়ণ ।
অনিৰুদ্ধে সেহি বেলা শূন্যময় গৃহ পাইলা
উবল উপৰে উঠিলেক ।
শাস্ত্ৰক আনিবে মনে হাত মেলি ৰঙ্গ মনে
শাস্ত্ৰ জপা মূধে উঠিলেক ।
হেন দেখি অনিৰুদ্ধ শাস্ত্ৰক কৰিয়া ক্ৰুদ্ধ
গুৰু শোৱা শয্যাত উঠিলা ।
হেন দেখি শাস্ত্ৰখান আসিল পূৰ্ব্বৰ থান
অনিৰুদ্ধে নমাই আনিলা ॥ ৭০৫
সেহি জপা মেলি চাই পূৰ্ব্ব শাস্ত্ৰ তথা পাই
মনে বৰ আনন্দ কৰিলা ।
জপাগোট বান্ধি থৈয়া গৃহৰ বাহিৰ হৈয়া
কল্পতৰু শাস্ত্ৰক পঢ়িলা ।

দেখে আছে সবে সাৰ ভালেতো শঙ্কৰে আক
গুপ্ত ভাৱে লুকাই ৰাখিল ।
এতকাল দেখা নাই কালিসে দেখিলোঁ মই
আজি তত্ত্ব বুজিলোঁ সকল ।
এহি শাস্ত্র মই লৈ অকলে থাকিবোঁ গৈ
নলাগয় ভক্তি শঙ্কৰৰ ।
এহি ভাবি অনিৰুদ্ধ পশিলা বনৰ মাজ
চুৰি কৰি থৈলা শাস্ত্রবৰ ।
পুনু গৃহে আসি পাচে অনিৰুদ্ধ বহি আছে
মহা ৰঙ্গ কৰিয়া মনত ।
মাধৱ বদতি আবে দেখা দেখা সন্ত সবে
কিনো অনিৰুদ্ধৰ মহত ।
অনিৰুদ্ধ, যদুমনি মুৰাৰি সহিতে আমি
সুমন্ত ভূঞাৰ বংশ যত ।
ইসব প্রমুখ্য কৰি শঙ্কৰ স্বৰূপে হৰি
বংশে জন্মি পাতিলা মহন্ত ॥ ৭১০
অনিৰুদ্ধে তথাপিতো ভাল নপাইলেক সিটো
দেখা গুৰু শয্যাত চড়িলা ।
বংশৰ এৰিলে লাগ এৰি গুৰু ভক্তি ভাগ
শাস্ত্রখান চুৰি কৰি নিলা ।
মাধৱ বদতি আবে শুনিয়োক সন্ত সবে
সবে আমি গৃহ পাইলোঁ যাই ।

শঙ্কৰে দেখিলা পাচে শূন্য জপাগোট আছে
কল্পতৰু শাস্ত্ৰখান নাই ।
অনিৰুদ্ধ মহন্তক গুৰু কথা সুধিলন্ত
জপা মেলি কোনে শাস্ত্ৰ নিলা ?
অনিৰুদ্ধে হেন শুনি শঙ্কৰক বোলে বাণী
নজানোহোঁ কোনে শাস্ত্ৰ নিলা ।
মই শাস্ত্ৰ নিয়া নাই স্বৰূপ কহিলোঁ মই
এহি বুলি অনিৰুদ্ধ ৰৈলা ।
হেন শুনি শঙ্কৰৰ শোক ভৈলা অতি বৰ
তাক পুনু নমাতিয়া ৰৈলা ।
মনত জানিলা গুৰু ভকতৰ কল্পতৰু
শাস্ত্ৰখান অনিৰুদ্ধে নিলা ।
শাস্ত্ৰ পাই মোহ ভৈলা মোত মিছা কথা কৈলা
কিন্তু সেহি শাস্ত্ৰকেসে পাইলা ॥৭১৫
মোক নপাইবেক আৰ স্বৰূপে কহিলোঁ সাৰ
অনিৰুদ্ধ পোৰাৰ কুমাৰ ।
এহি বুলি নিজ গুৰু ভকতৰ কল্পতৰু
মন দুখে ৰহিল শঙ্কৰ ।
সেহি বেলা আসি যত অনিৰুদ্ধ মহন্তক
গাৱে গাৱে বুলিলা বচন ।
শুনা ভূঞা পুত্ৰ আবে তোমাক বোলোহোঁ সবে
কল্পতৰু দিয়া শাস্ত্ৰখান ।

হেন শুনি অনিৰুদ্ধ গৃহ মধ্যে যেন বদ্ধ
ক্ৰুদ্ধ মনে বুলিলা আমাক ।
নাই নিয়া শাস্ত্ৰ মই অনিৰুদ্ধ দেহ তই
সৰ্ব্বজনে বোলা এহি বাক ।
কৈৰ হন্তে মই আনি দিবোঁ শাস্ত্ৰ ধাতুখানি
নিছয়ে কহিলোঁ নিয়া নাই ।
নুসুধিবা আৰ কথা ঢুকালেক শাস্ত্ৰ এথা
আৰ সোধা প্ৰয়োজন নাই ।
এহি বাক্য বাধা কৰি শ্ৰীমন্ত শঙ্কৰ হৰি
মৌন ভাবে থাকিলা ঈশ্বৰ ।
মহা মন দুখে আতি বঞ্চিলেক সিটো ৰাতি
প্ৰভাতে উঠিলা শঙ্কৰ ॥ ৭২০
স্নান ভোজন কৰি ভক্তগণ সঙ্গ কৰি
কামৰূপ হন্তে চলি গৈলা ।
বৰদোৱা গ্ৰাম পাইলা দিন কতিপয় গৈলা
ভক্ত সমে আনন্দে ৰহিলা ।
শুনা সৱে সন্তলোক কলিত সদ্গতি হোক
শঙ্কৰক ভজি কৰা সাৰ ।
চৌৰাশী নৰক হন্তে আনো পাপ অপৰ্য্যন্তে
নামে পাৰে কৰিতে উদ্ধাৰ ।
হেন জানি সৰ্ব্বজনে নামক নেৰিবা মনে
নাম সম বন্ধু নাহি আন ।

আন কথা সবে এৰি শঙ্কৰৰ ধৰ্ম্ম ধৰি
সবে হোৱা হৰিপৰায়ণ ।
শঙ্কৰেসে গতি মতি শঙ্কৰৰ পাৱে ৰতি
সৰ্ব্বজনে ফুৰা নাম গাই ।
ভাৰ্য্যা পুত্ৰ ধান ধন দেখা সবে অকাৰণ
পৰলোকে কেহুঁৰে নযায় ।
ভকতি কৰিলে পুণ্য ভকত জনৰ মূল্য
পাপ পুণ্য দুয়ো লগে যায় ।
ভকতি নভৈলে পুনু ভাৰতত জন্ম পাইলা
চিন্তিয়োক শঙ্কৰ গোসাই ॥৭২৫
হেন জানি সন্তলোক ভক্তি কৰি তৰিয়োক
ধৰ্ম্ম মধ্যে ভক্তি ৰত্ন সাৰ ।
ভক্তক তাৰিবে হৰি শঙ্কৰ স্বৰূপ ধৰি
পৃথিবীত ভৈলা অৱতাৰ ।
হেন মোৰ ইষ্ট দেৱ তান্ত বিনে নাহি কেৱ
তান ভৃত্য মাধৱ বদতি ।
আদি কথা শঙ্কৰৰ ভক্তি মধ্যে সাৰোতৰ
ছবি পদ বন্ধে নিগদতি ।
মাধৱ বদতি ভণে শুনিয়োক সৰ্ব্বজনে
নিৰন্তৰে এৰা আন কাম ।
শঙ্কৰক ভজি আৰে তান নাম লৈয়ো সবে
সমাজিকে বোলা ৰাম ৰাম ॥ ৭২৮

# পদ ।

মাধৱ বদন্তি কথা শুনা সন্তচয় ।
বৰদোৱা গ্ৰামে প্ৰভু শঙ্কৰ আছয় ।
চাৰি দিন থাকি তৈতে শ্ৰীমন্ত শঙ্কৰ ।
লগত লৈলেক ভক্তগণ নিৰন্তৰ ॥ ৭৩০
ৰত্নপুৰ আচাম দেখিবে মন কৰি ।
ভক্তগণ লৈয়া চলিলন্ত দেৱ হৰি ।
লগে নাহি শাস্ত্ৰ তামাস্কৰী মহা দুখে ।
মহা চিন্তা কৰি প্ৰভু গৈলা পূৰ্ব্ব মুখে ।
নৌকাত চৰিয়া গৈলা জগত ঈশ্বৰ ।
আমি আদি ভক্তগণ গৈলোঁ নিৰন্তৰ ।
গোপাল যে দামোদৰ বিপ্ৰ যত যত ।
সমস্তে চলিয়া গৈলোঁ প্ৰভুৰ লগত ।
হৰিধ্বনি কৰি সবে কৰিয়া কীৰ্ত্তন ।
শঙ্কৰৰ সঙ্গে চলি গৈলা সৰ্ব্বজন ॥ ৭৩৫
তীৰ্থ ৰাজা লোহিতত গৈলেক উজাই ।
ৰত্নপুৰ সমীপক পাইলা গুৰু যায় ।
এহি মতে গৈয়া ধোৱাবোল মুখ পাইলা ।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ।
ফাগুন মাসৰ বেলা তৃতীয় প্ৰহৰ ।
সেহি বেলা অন্ধকাৰ ভৈলা নিৰন্তৰ ।

প্ৰচণ্ড বতাহ ভৈলা মেঘৰ গৰ্জ্জন ।
বিজুলী চমক দেখি ভয় ভীত মন ।
পৰে পৰে হোৱে বৃষ্টি জল ধাৰাসাৰ ।
তথাপি চলিয়া জাই শ্ৰীমন্ত শঙ্কৰ ॥ ৭৪০
লগে চলি যান্ত অসংখ্যাত ভক্তগণ ।
গুৰু সঙ্গে চলে কৰি কৃষ্ণৰ কাৰ্ত্তন
সেহি বেলা অনিৰুদ্ধ ভূঞাৰ কুমাৰ ।
আকাশক চাহি বুলিলেক কৰজোৰ ।
প্ৰণামোহো মেঘ দেৱ বৃষ্টিৰ ঈশ্বৰ ।
নৌকাত আসিয়া আছে শ্ৰীমন্ত শঙ্কৰ ।
তান লগে আসিয়াছে আনো ভক্তগণ ।
গুৰু সমে মেঘ ৰাখা সবাৰে জীৱন ।
হেন শুনি প্ৰসন্ন ভৈলেক মেঘগণ ।
বিজুলী নাহিকে বায়ু নাহি বৰিষণ ॥ ৭৪৫
গৰ্জ্জন নাহিকে অন্ধকাৰ সুপ্ৰসন ।
পূৰ্ব্বৱন্তে মিলিলেক ৰবিৰ কিৰণ ।
হেন দেখি অনিৰুদ্ধ মৌন হুয়া আছে ।
তাক চাই ভক্তগণে বুলিলেক পাচে ।
জগতৰ গুৰু হৰি আসিয়াছে এথা ।
কি কাৰণে অনিৰুদ্ধে কৈলা হেন কথা ।
এহি বুলি ভক্তগণে তাঙ্ক গৰিহিলা ।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ।

মাধৱ বদতি শুনা সন্ত নিৰন্তৰ ।
অনন্তৰে যেন কথা বুলিলা শঙ্কৰ ॥
সবাকো চাহিয়া গুৰু বুলিলা বচন ।
মোহোৰ কথাক শুনা সবে ভক্তগণ ।
কোনে অযুগুত এহি বচন বুলিলা ?
বিষ্ণু ভক্ত হুয়া কেনে সেৱক প্ৰাৰ্থিলা ।
দেৱ ভক্ত মোৰ সঙ্গে যাইবে যোগ্য নুই ।
এহি বুলি গুৰু কথা সবাতে সোধয় ।
শুনিয়া আছন্ত ভক্তগণ নিৰন্তৰ ।
প্ৰণাম কৰিয়া কৈলা বিপ্ৰ দামোদৰ ।
দামোদৰে বোলে গুৰু শুনিয়ো বচন ।
ভজু বংশে জন্ম অনিৰুদ্ধ মহাজন ॥
তেহুঁ বুলিলেক ইতো অযুগুত বাণী ।
বুজ্জি চাই প্ৰভু যুক্ত কৰিয়ো আপুনি ।
হেন শুনি গুৰুৰ মনত ভৈলা ক্ৰোধ ।
ওচৰক মাতি আনি সন্ত অনিৰুদ্ধ ।
শঙ্কৰ বদতি অনিৰুদ্ধ শুনা তুমি ।
একেলগে আছিলোঁ নৌকাত তুমি আমি ।
কি কাৰণে দেৱ স্তুতি কৰিলা আপুনি ?
হেন শুনি অনিৰুদ্ধে গৰ্ব্বে বোলে বাণী ।
মই দেৱ স্তুতি কৈলোঁ কিহেল তোমাৰ ।
ইচ্ছামন্তে স্তুতি কৈলোঁ জানিবা শঙ্কৰ ॥

এহি বুলি অনিৰুদ্ধে নমাতিয়া ৰৈলা ।
হেন শুনি গুৰু তাঙ্ক বচন বুলিলা ।
শঙ্কৰ বদতি অনিৰুদ্ধ শুনা বাণী ।
মোহোৰ নৌকাৰ হন্তে নামিয়ো আপুনি ।
যৈকে ইচ্ছা তৈকে যোৱা দেৱ পূজিবাক ।
তুমি হেন দেব ভক্ত নলাগে আমাক ।
শঙ্কৰৰ হেন বাক্য শুনি অনিৰুদ্ধ ।
নৌকা হন্তে জলত নামিলা মহা ক্ৰুদ্ধ ।
কল্পতৰু বীজ মন্ত্ৰ স্মৰি মনত ।
মহা গৰ্ব্বে নামিলন্ত লোহিত মধ্যত ॥ ৭৬৫
মন্ত্ৰ বলে লোহিতে বলুকা কৰি দিলা ।
অগাধ সমুদ্ৰ জল আঁঠু তলে ৰৈলা ।
থিয় দিয়া অনিৰুদ্ধ জল মধ্যে ৰৈলা ।
দেখি সব ভক্তগণে বিস্ময় মানিলা ।
তৈৰ হন্তে নৌকা মেলি গুৰু চলি গৈলা ।
দৃষ্টিৰ গোচৰে গৈয়া নৌকাক ৰাখিলা ।
মোহোক চাহিয়া গুৰু বুলিলা বচন ।
আমাৰ বংশৰ অনিৰুদ্ধ এক জন ।
আমাৰ লগত তেহ্ঁ আসিয়া আছিল ।
মহা গৰ্ব্ব কৰি জল মধ্যত নামিল ॥ ৭৭০
তথাপি তাহাক পুছি আনিবে লাগয় ।
তুমি গৈয়া মাধৱ মাতি আনা যাই ।

তুমি যদুমণি যোৱা নৌকা এক লৈ।
অনিৰুদ্ধ মহন্তক মাতি আনা গৈ।
অনেক প্ৰবোধ বুজাই মাতিয়া আনিবা।
তথাপিতো নাসে যদি তাহাঙ্ক সুধিবা।
বুলিবা তাহাক আগে মাধৱ শুনাই।
তোমাক শঙ্কৰে এৰি গৈল ইটো ঠাই।
জীলা কি মৰিলা তুমি কহিয়োক কথা।
মৰিলোঁ বুলিলে ধৰি আনিবাহা এথা ॥৭৭৫
জালোঁ যদি বোলে তাঙ্ক নানিবা দুইজন।
তাহাঙ্ক আনিবে কিছু নাহি প্ৰয়োজন।
এহি বুলি গুৰুৱে আমাক পাঞ্চি দিলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা।
আমি যদুমণি তাঙ্ক কহিলোঁ বুজাই।
তোমাক নিবাক গুৰু দিলেক পঠাই।
নৌকাত উঠাহা অনিৰুদ্ধ মন ৰঙ্গে।
গুৰুৰ সমীপে তুমি চলা আমি সঙ্গে।
হেন শুনি অনিৰুদ্ধে ক্ৰোধ কৰি বৰ।
আমি তযু বাক্য কহি বুজাইলোঁ বিস্তৰ ॥৭৮০
তাতো কৰি বুজাইলোহোঁ প্ৰবোধ বচন।
নজাইবোঁ শঙ্কৰ কাষে কহে ক্ৰুদ্ধ মন।
অনিৰুদ্ধ মুখে হেন শুনিলোঁ বচন।
পুনু কথা সুধিলোহোঁ আমি দুয়োজন।

গুৰু এৰি গৈলা তুমি এথাতে ৰহিলা ।
কহিয়োক অনিৰুদ্ধ জীলা কি মৰিলা ।
এহি দুই কথা আমি সুধিলোঁ দুইজনে ।
হেন শুনি অনিৰুদ্ধ কহে কোপ মনে ।
অনিৰুদ্ধে বোলে দুইজনে শুনিয়োক ।
জল মধ্যে শঙ্কৰে এৰিয়া গৈলা মোক ॥৭৮৯
নমৰিয়া জীয়াই আছো জলৰ মধ্যন্ত ।
কি কাৰণে মৰিবোঁ শঙ্কৰে এৰিলাত ।
শঙ্কৰে নৌকাত চৰি গৈলেক উজাই ।
জলে উটি অনিৰুদ্ধ আছোঁ এহি ঠাই ।
সম্পূৰ্ণ বৈঠাৰে নৌকা বাহিৰে শঙ্কৰ ।
নাল বৈঠা বাই মই তৰিবোঁ সাগৰ ।
এহিমতে আনো নানা বুলি গৰ্ব্ববাক ।
নযাইবোঁ শঙ্কৰ কাষে কহিলা আমাক ।
হেন শুনি আমি তৈৰ হস্তে চলি গৈলোঁ ।
ইসব কথাক গৈ গুৰুত কহিলোঁ ॥ ৭৯০
অনিৰুদ্ধে কথা যন্ত কৈলা আমাসাত ।
সমস্তে কহিলোঁ আমি গুৰুৰ আগত ।
হেন শুনি গুৰু পাচে বুলিলন্ত বাণী ।
অনিৰুদ্ধে চুৰি কৰি নিলে শাস্ত্ৰখানি ।
কল্পতৰু নামে শাস্ত্ৰ ধাতু তামাক্ষৰ ।
সেহি শাস্ত্ৰ পায়া লগ এৰিলে আমাৰ ।

অনিৰুদ্ধে তাক পাইব আমাক নপাইব ।
অনিৰুদ্ধ সমে যিটো আলাপ কৰিব ।
জাতি নষ্ট হুইবে সিটো আমাক নপাই ।
তান আজ্ঞাকাৰা যত হৈবে লোকচয় ॥৭৯৫
তাহানে সহিতে যিটো আলাপ কৰয় ।
সিটোজনে কদাচিতো আমাক নপায় ।
হেন জানি সৰ্ব্বজনে শুনা মোৰ বাক ।
যিটো জনে তাৰ মুখে ভক্তি লভিবেক ।
তাহান আজ্ঞায়ে ভক্তি যিলোকে কৰিব ।
সেহিলোকে কোনো কালে আমাক নপাইব ।
মোৰ ভক্তি নপাইবেক অনিৰুদ্ধে আৰ ।
ইষ্ট, মিত্ৰ, শিষ্য যত হৈবেক তাহাৰ ।
সিয়ো সবে মোৰ ভক্তি নপাইবে নিশ্চয় ।
সত্যে সত্যে কহোঁ মই জানা সমস্তয় ॥৮০০
শাস্ত্ৰ চুৰি কৰি গৰ্ব্বে এৰিলে সবাক ।
সিকাৰণে সৰ্ব্বলোকে বুজিবা ইহাক ।
আৰু পৃথিবীত যত ৰাজা প্ৰজা হৈব ।
অনিৰুদ্ধ ধৰ্ম্মে সবে বৈৰতা চিন্তিব ।
অনিৰুদ্ধে আমি এক বংশে উৎপতি ।
মাধৱ সহিতে সবে ভূঞাৰ সন্ততি ।
সবাকো এৰিয়া অনিৰুদ্ধ অন্তৰিলা ।
স্বৰ্গে পৃথিবীয়ে যেন দুই খণ্ড ভৈলা ॥

একে বংশ ভিন্ন আজি দুই বংশ ভৈলা ।
এহি বুলি গুৰু এক তৃণ তুলি লৈলা ॥৮০৫
শঙ্কৰ বদতি সাখী হৈবা ভক্তগণ ।
পৃথিবীয়ো সাখী হৈবা স্বৰ্গে দেৱগণ ।
অনিৰুদ্ধ সমে আজি বংশ ছেদ ভৈলা ।
এহি বুলি গুৰু তৃণ দুই খণ্ড কৰিলা ।
হেন দেখি জয় জয় কৰে ভক্তগণ ।
নৌকা মেলি গৈলা গুৰু উজানক মন ।
কতিপয় দিনে গৈয়া ৰত্নপুৰ পাইলা ।
ভক্ত সমে গুৰু লখিমপুৰত ৰহিলা ।
এহিমতে অনিৰুদ্ধ ৰৈলা সেহি ঠাই ।
তাত পাচে যি কৰিলে শুনা সন্তচয় ॥৮১০
লোহিত জলৰ অনিৰুদ্ধ উঠিলন্ত ।
অনেক কৈবৰ্ত্তগণ লগত লৈলন্ত ।
দক্ষিণ লোহিত তীৰে পশ্চিমক গৈলা ।
কতো দিনে গৈয়া কামৰূপ ৰাজ্য পাইলা ।
পূৰ্ব্বে যৈত থৈয়াছিল শাস্ত্ৰ তাম্ৰাক্ষৰী ।
তৈৰপৰা আনি লৈলা মনে ৰঙ্গ কৰি ।
শাস্ত্ৰ পাই ভূঞা পুত্ৰ মনে ৰঙ্গ ভৈলা ।
মনত আনন্দে নিজ গৃহে চলি গৈলা ।
ৰামপুৰে তান গৃহ যত আছিলন্ত ।
সেহি গৃহে অনিৰুদ্ধ প্ৰৱেশ ভৈলন্ত ॥ ৮১৫

ভাৰ্য্যা পুত্ৰ ইষ্ট মিত্ৰ সবাতো কহিলা।
যেন মতে শঙ্কৰে তাহাঙ্ক এৰি গৈলা।
অনিৰুদ্ধে সাৰশেষে কথা কহিলন্ত।
হেন শুনি সৰ্ব্বজনে বচন বোলন্ত।
অনিৰুদ্ধ পক্ষ লোক যতেক আছিল।
শঙ্কৰত বৈৰ মানি উপায় সাঞ্চিল।
নথাকোঁহোঁ ইটো থানে শঙ্কৰ লগত।
এহি বুলি দুষ্টগণে কৰিলে শপত।
উজনিক যাওঁ সবে চলা বন্ধুগণ।
এহি বুলি যাইবে সাজ ভৈলা সৰ্ব্বজন॥ ৮২০
বৰ বৰ নৌকা সব আনিলা তেখনে।
তাতে ভৰা দিলা বস্তু যত আছে মানে।
গো, বংশ, ছাগল, হংস, খানো দ্ৰব্য যত।
গৃহ আদি কৰি সবে তুলিলা নৌকাত।
শঙ্কৰৰ বৈৰ লোক তৈতে যত ছিলা।
অনিৰুদ্ধ লগে সৰ্ব্বজন চলি গৈলা।
ৰাজাত সংশয় কৰি দিবা নগৈলেক।
ৰাতি ভাগে নৌকা মেলি উজানে গৈলেক।
পুত্ৰ ভাৰ্য্যা সকুটুম্ব লগে চলিলেক।
ৰামপুৰ এৰি সবে সৌমাৰে গৈলেক॥ ৮২৫
লোহিতত মেলি নৌকা উজাই গৈলেক।
কতো দিন মানে গৈয়া সৌমাৰ পাইলেক।

সোমাৰ পৃষ্ঠৰ পূব উত্তৰ দিশত।
টেঙ্গাপানী নদী তীৰে হোলোঙ্গ গুৰিত।
উত্তৰে বহন্ত তীৰ্থ ৰাজা ব্ৰহ্মপুত্ৰ।
অনিৰুদ্ধে তাতে গৈয়া পাতিলন্ত সত্ৰ।
অনিৰুদ্ধ গৃহ সৱ মধ্যত কৰিলা।
চতুৰ্দ্দিকে গৃহ সাজি প্ৰজাগণ ৰৈলা।
সেহি বেলা অনিৰুদ্ধে ধাতু শাস্ত্ৰ লৈ।
ধ্যানত বসিয়া বীজ মন্ত্ৰ উচ্চাৰয়॥ ৮৩০
মন্ত্ৰবলে সবে চলে তাহান বচনে।
হেন দেখি সবাহাৰ আনন্দিত মনে।
প্ৰথমে ভজিলা লগে যোৱা প্ৰজাগণ।
তাত পাচে ভজিলন্ত গ্ৰাম্য প্ৰজাগণ।
এহিমতে অনিৰুদ্ধ তৈতে ৰহিলেক।
প্ৰজা মুখে ৰাজা এই কথা শুনিলেক।
অদভুত কথা শুনি সৌমাৰ ৰাজন।
সমদলে ৰাজা আইলা অনিৰুদ্ধ থান।
চুত্ৰিংফা ৰাজায়ে অনিৰুদ্ধ গৃহ পাইলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা॥৮৩৫
অনিৰুদ্ধ ধৰ্ম্ম ৰাজা লভিবাক মনে।
কুম্ভ মধ্যে বস্তু এক ভৰাইলা যতনে।
কুম্ভ মুখ বান্ধি কুম্ভগোটক আনিলা।
সভা মধ্যে ধৰ্ম্ম থাপি ৰাজা কুম্ভ থৈলা।

অনন্তৰে ৰাজা অনিৰুদ্ধক অনাইলা ।
সভা মধ্যে ৰাজা তাঙ্ক বচন বুলিলা ।
নৃপতি বদন্তি অনিৰুদ্ধ শুনা বাণী ।
এহি কুম্ভ মধ্যে কিবা বস্তু আছোঁ আনি ।
কুম্ভৰ মধ্যত কহা কিবা বস্তু আছে ।
যদি তুমি কহিবাক পাৰা সাঞ্চে সাঞ্চে ॥ ৮৪০
তেবে তজু ধৰ্ম্ম সত্য হয় জানো মনে ।
তোমাক মানিব গুৰু মোৰ প্ৰজাগণে ।
যদি এহি কথা নোৱাৰাহা কহিবাক ।
দণ্ড কৰি দেশ হন্তে খেদাইবোঁ তোমাক ।
এহি বুলি ৰাজা মৌন হুয়া ৰহিলেক ।
বীজ মন্ত্ৰ স্মৰি অনিৰুদ্ধে বুলিলেক ।
শুনিয়ো নৃপতি মই কওঁ স্বৰূপত ।
এক ফেঁটি সৰ্প আছে কুম্ভৰ মধ্যত ।
সত্য বাক্য কহিলোঁ জানিয়ো নৰেশ্বৰ ।
হেন শুনি বুলিলেক সৌমাৰ ঈশ্বৰ ॥ ৮৪৫
যদি কুম্ভ মধ্যে সৰ্প বেকত হোৱয় ।
যত কথা কহা তুমি সবে সত্য হয় ।
অন্য যদি কিবা বস্তু কুম্ভ মধ্যে হয় ।
তোমাক কৰিবোঁ দণ্ড নাহিকে সংশয় ।
এহি বুলি সভাৰ মধ্যত নৰেশ্বৰ ।
দূত পঠাই বস্ত্ৰখান গুচাইলা কুম্ভৰ ।

কুম্ভৰ মুখৰ বস্ত্ৰ গুচাইলা যেখনে।
কুম্ভ হন্তে এক সর্প উঠিল তেখনে।
ফেটিগোম নামে সর্প দেখি ভয় ভীত।
দেখি এৰ ভয় ভৈলা নৃপতিৰ চিত ॥ ৮৫০
সর্প ৰাখা বুলি কথা নৃপতি কহয়।
তুমি সন্ত হোৱা মই জানিলোঁ নিশ্চয়।
তজু বাক্য সত্য ভৈলা জানিলোঁ আপোনে।
তোমাক মানোক গুৰু মোৰ প্ৰজাগণে।
নৃপতিৰ হেন বাক্য অনিৰুদ্ধে শুনি।
কুম্ভ চুৱা সর্প নাশ কৰিলা আপুনি।
হেন দেখি ৰাজা ভৈলা আনন্দ হৃদয়।
অনিৰুদ্ধ মহন্তক আশ্বাস কৰয়।
ভূঞাৰ পুত্ৰক ৰাজা প্ৰশংসা কৰয়।
তাহান্ত বিদায় কৰি ৰাজা চলি যায়।
মাধৱ বদতি কথা শুনা সন্তজন।
অনিৰুদ্ধ ৰৈলা যাই আপোন ভৱন ॥ ৮৫৫
মায়া সর্প গুচাইলন্ত ৰাজাৰ আগত।
সিকাৰণে মায়ামৰা হৈলা সত্ৰ খ্যাত।
ৰাজ পৰীক্ষাত অনিৰুদ্ধ জিকিলন্ত।
এহি কথা সমস্ত প্ৰজায়ে শুনিলন্ত।
সেহিসে কাৰণে অসংখ্যাত প্ৰজাগণ।
শৰণ লৈলেক অনিৰুদ্ধৰ চৰণ।

এহিমতে অনিৰুদ্ধ সেহি থানে ৰৈলা ।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ।
ৰত্নপুৰে কিছুদিন গুৰু ৰহিলেক ।
প্ৰপিতামহৰ নিজ ৰাজ্য চাহিলেক ॥ ৮৬০
তৈৰপৰা নৌকা মেলি উজাই গৈলেক ।
ব্ৰহ্মপুত্ৰে পোতা ৰত্নপুৰ চাহিলেক ।
তৈৰপৰা গৈলা গুৰু ভকতগণ সঙ্গে ।
সদীয়া পাইলেক গৈয়া প্ৰভু মহা ৰঙ্গে ।
কুণ্ডিল নগৰ চাইলা ভাষ্মক ৰাজাৰ ।
তৈৰ বাসুদেৱ মূৰ্ত্তি আনিলা শঙ্কৰ ।
তাতো কতিপয় দিন থাকিয়া ঈশ্বৰ ।
তৈৰপৰা উলটিয়া আসিলা শঙ্কৰ ।
ব্ৰহ্মপুত্ৰ মধ্যে গুৰু ভাটী মুখে যায়
চৌপাশে আবৰি ভকতগণে নাম গায় ॥ ৮৬৫
* টেঙ্গাপানী সমীপক পাইলন্ত শঙ্কৰ ।
তথাতে ৰাখিয়া নৌকা থাকিলা ঈশ্বৰ ।
ভূঞা পুত্ৰ অনিৰুদ্ধে এহি বাৰ্ত্তা শুনি ।
গুৰুক চাহিবে লাগি আসিলা আপুনি ।
অনেক সম্ভাৰ লৈয়া সঙ্গে শিষ্যগণ ।
প্ৰভাতে গৈলা গুৰু পাইবে দৰিশন ।

---

* ব্ৰহ্মপুত্ৰৰ সুঁত । দিহিং মুখৰ অলপ ভাটীত ।

মনে মহা দম্ভ কৰি অনিৰুদ্ধ গৈলা ।
গুৰুৰ সমীপ গৈয়া অনিৰুদ্ধে পাইলা ।
অনিৰুদ্ধ আসিবাৰ দেখি ভক্তগণে ।
শীঘ্রে জান দিলা গৈয়া শঙ্কৰৰ থানে ॥ ৮৭০
হেন শুনি গুৰুৰ মনত ক্রুদ্ধ ভৈলা ।
ভক্তসকলক গুৰু আদেশ কৰিলা ।
তাহাঙ্ক নেদেখা কৰি বস্ত্র দিয়া আৰ ।
ঐৰ হন্তে নৌকা মেলি চলিয়ো সত্বৰ
হেনয় গুৰুৰ আজ্ঞা শুনি ভক্তগণ ।
বস্ত্র আৰ দিয়া নৌকা মেলিলা তেখন ।
ভাটী মুখে নৌকা মেলি গৈল গুৰুজন ।
তীৰতে থাকিলা অনিৰুদ্ধ কোপ মন ।
ভক্ত গুৰু কেহুঁ অনিৰুদ্ধক নচাইলা ।
হেন দেখি ভূঞাপুত্র গৃহে চলি গৈলা ॥ ৮৭৫
তৈৰ হন্তে ভাটী মুখে আসিলা ঈশ্বৰ ।
দিহিং নদীয়ে উজাই গৈলা তাৰপৰ ।
দিহিঙ্গে উজাই গৈয়া চেচামুখ পাইলা ।
ভক্তগণ সমে প্রভু তথাতে ৰহিলা ।
দিহিং নদীৰ পূবে সত্র পাতিলেক ।
ছয় দিন সেহি সত্রে প্রভু ৰহিলেক ।
চাৰি দিশে চাৰি হাটি মধ্যে নাম ঘৰ ।
মণিকূট পাতিলা নির্ম্মিলা শঙ্কৰ ।

দিহিং নদীৰ তীৰে সত্ৰক পাতিলা ।
সিকাৰণে সত্ৰ সেহি দিহিং নাম *থৈলা ॥
নিজ গুৰু ধৰ্ম্ম তৈতে কৰিলা বাখান।
দিহিং সত্ৰৰ নাম কৈলোঁ এহিমান ।
যাৰ বংশে নাম কৈলা যদুমণি নাম ।
সেহি সত্ৰ শুনা সবে নাহিকে উপাম ।
সেহি সত্ৰে অধিকাৰী পাতি যদুমণি ।
তাহাঙ্ক চাহিয়া গুৰু বুলিলন্ত বাণী ।
শঙ্কৰ বদতি কথা শুনা যদুমণি ।
জীৱ সব সচঙ্গ কৰাইবা আপুনি ।
মোৰ বাক্যে এহি সত্ৰে তুমি থাকিয়োক ।
আসন প্ৰসঙ্গ সবে পাতিয়া থাকোক ॥
তাহাঙ্ক ইসব বাক্য বুলিয়া শঙ্কৰ ।
তাঙ্ক থৈয়া ভাটী মুখে গৈলন্ত ঈশ্বৰ ।
গুৰু বাক্যে সেহি সত্ৰে যদুমণি ৰৈলা ।
অসংখ্যাত জীৱক সচঙ্গ ভক্তি দলা ।
মাধৱ বদতি কথা শুনা ভক্তগণ ।
ভৈৰপৰা নৌকা মেলি গৈলা গুৰুজন ।
তৃতীয় দিবসে ৰত্নপুৰ দেশ পাইল ।
পাটবাউসী গ্ৰামৰ দক্ষিণে গুৰু ৰৈল ।

* আজিকালি এই ঠাইক দিহিং থান বোলে ।

দক্ষিণে বহন্ত তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ ।
দক্ষিণপাট নামে তৈতে নিৰ্ম্মিলেক সত্ৰ ॥
চাৰিদিন সেহি সত্ৰে থাকিয়া ঈশ্বৰ ।
ভালৰূপে সত্ৰখান নিৰ্ম্মিলা শঙ্কৰ ।
দামোদৰ দেৱ তাতে অধিকাৰী কৈলা ।
তাহাঙ্ক চাহিযা গুৰু বচন বুলিলা ।
শঙ্কৰ বদন্তি কথা শুনা দামোদৰ ।
সচঙ্গ কৰাইবা কৰ্ম্মী বিপ্ৰ নিৰন্তৰ ।
আনো জাতি সকলক সচঙ্গক দিবা ।
মোৰ বাক্যে দামোদৰ সত্ৰক পালিবা ।
মলয়া বিজ্ঞান ভক্তি সঞ্চটি ব্ৰহ্মাৰ ।
এহি তিনি দিলো মই লৈয়ো দামোদৰ ॥
এহি বুলি দামোদৰ সেহি সত্ৰে থৈলা ।
ভক্তগণ সঙ্গে গুৰু তৈৰ হন্তে আইলা ।
আজ্ঞা পায় দামোদৰ ৰহিলন্ত তৈত ।
দামোদৰে সচঙ্গ কৰাইলা অসংখ্যাত ।
তাঙ্ক থৈয়া তৈৰপৰা আসিলা ঈশ্বৰ ॥
একদিনা বৈলা গৈ শ্ৰীমন্ত শঙ্কৰ ।
সেহি দিনা গোক প্ৰভু ভক্তিদান দিলা ।
তদহং সঞ্চটি আৰু নিষ্কাম কেৱলা ।
অনুগ্ৰহ কৰি গুৰু মোক ভক্তি দিলা ।
নিজ গুৰু এক ভাগ শুকতিক লৈলা ॥

কণিকা ৰহস্য ভক্তি নিজে লৈলা গুৰু।
পুৰুষ সংঘটি ভক্তি লৈলা কল্পতৰু।
আশীৰ্বাদ ভক্তি চাৰি বিধ প্ৰকাশিলা।
প্ৰেমভক্তি তিনি জনে ভকতিক পাইলা।
আমি মধুমণি আৰু বিপ্ৰ দামোদৰ।
তিনিকো প্ৰথমে ভক্তি দিলন্ত শঙ্কৰ।
গোপাল মুৰাৰি আদি যতেক মহন্ত।
সমস্তকে ভক্তি গুৰু পাচত দিলন্ত।
ব্ৰহ্মপুত্ৰ তীৰে মুদৈ কমলা বোলয়।
তাহান বাৰিত ৰৈলা প্ৰভু কৃপাময় ॥ ৯০৫
সাত দিন সেহি থানে ৰহিলা শঙ্কৰ।
তথাপি কমলা মুদৈ নাসিল ওচৰ।
ধনৰ গৰ্ব্বত সিটো নাসিল ওচৰ।
হেন দেখি মোক আজ্ঞা কৰিল ঈশ্বৰ।
এহি থানে তুমি এক পাতিবা মহন্ত।
ভাল ৰূপে তাঙ্ক ভক্তি দিবা অপৰ্য্যন্ত।
এহি বুলি গুৰু মোক আদেশ কৰিলা।
শান্তনু ভূঞাৰ বংশ সবাকো অনাইলা।
যৈত যিবা আছিলেক বংশ শান্তনুৰ।
তৈকে লাগি সমস্তকে অনাইলা শঙ্কৰ ॥ ৯১০
সবাকো আশ্বাস কৰি ভোজন কৰাইলা।
সবাকো চাহিয়া গুৰু বচন বুলিলা।

শঙ্কৰ বদতি কথা শুনা বংশগণ ।
মোৰ লগে থাকি কৰা কৃষ্ণৰ কীৰ্ত্তন ।
অশাস্বত ৰাজসেৱা বিষয়ৰ সুখ ।
অকাৰণে দেৱী পূজা হৰিত বিমুখ ।
অতএব মোৰ লগে সবে থাকিয়োক ।
সন্ত হৈয়া সৰ্ব্বজনে ভক্তি ধৰিয়োক ।
তথাপি ঐশ্বৰ্য্য পাইবা কৈলোঁ নিষ্ট বাক ।
সেহিসে কাৰণে মাতি আনিলোঁ সবাক ॥ ৯১৫
এহি বুলি মৌন ভাবে ৰহিলা শঙ্কৰ ।
হেন শুনি বুলিলন্ত ভূঞা নিৰন্তৰ ।
অনেক পুৰুষে ৰাজা সেৱা কৰি গৈলা ।
দেবী পূজা কৰন্তে এতেক দিন ভৈলা ।
পিতৃ পিতামহ ধৰ্ম্ম এৰিবোঁ কিমতে ।
এহি কথা শুনি নিন্দা কৰিব জগতে ।
নাথাকোঁ তোমাৰ লগে সন্ত নাম ধৰি ।
এহি বুলি উঠি সবে গৈলা ঘৰাঘৰি ।
ধন গৰ্ব্বে শঙ্কৰৰ বাক্য নাচৰিল ।
সিকাৰণে একোজনে ভক্তিক নপাইল ॥ ৯২০
বাঢ় ভূঞা শান্তনুৰ বংশ যত ছিল ।
একোজনে সন্ত নাম ভক্তিক নপাইল ।
সক ভূঞা সুমন্তৰ-বংশ মিত্ৰ যত ।
উপাসক বিপ্ৰগণো হৈলেক মহন্ত ।

শঙ্কৰক ভজি অসংখ্যাত সন্ত হৈল ।
এক ধৰ্ম্মে তিনিখান ৰাজ্য প্ৰকাশিল ।
হেন সন্ত নাম এৰি বংশ শান্তানুৰ ।
ধন গৰ্ব্বে বাক্য বাধা কৰিল গুৰুৰ ।
সিকাৰণে জ্যেষ্ঠ বংশে কনিষ্ঠ বংশত ।
গুৰু মানি ভক্তি লৈয়া হৈবে শিষ্য যত ॥ ৯২৫
আৰু পূৰ্ব্বে সূৰ্য্যো ভক্তি নপাইবে বুলিলা ।
সিকাৰণে বৰ বংশে ভক্তিক নপাইলা ।
যদ্যপি শঙ্কৰে ভক্তি দিবাক খুজিলা ।
দেখা কেহুঁ তথাপি ভকতি নলৈলা ।
এহিমতে গৈলা শান্তানুৰ বংশগণ ।
আমি সবে গৈলোঁ। তৈকে সঙ্গে গুৰুজন ।
সাত দিন সেহি থানে থাকিয়া শঙ্কৰ ।
মুদৈৰ বাহিৰে থান পাতিলা ঈশ্বৰ ।
সাত দিন থাকি সিটো থান এৰি গৈলা ।
সিকাৰণে সাদিনীয়া থান নাম ভৈলা ॥৯৩০
যৈত চাৰিবিধ ভক্তি কৰিলা প্ৰচাৰ ।
অন্য কোন ভূমি সম হৈবেক তাহাৰ ।
যদ্যপি কমলা মুদৈ ভক্তি নকৰিলা ।
শঙ্কৰৰ কাষে তেহুঁ দৰ্শন নভৈলা ।
যাতো তান ভূমি মধ্যে প্ৰভু ৰহিলন্ত ।
সিকাৰণে তান নামে থান পাতিলন্ত ।

গুৰু অৱহেলাতে কমলা মৰি গৈলা ।
তথাপি কমলাবাৰী গুৰু নাম থৈলা ।
এহি থানে সন্ত মই পাতিবোঁ পাচত ।
কমলাৰ নামে থান পাতিলোঁ সাম্প্ৰত ॥ ৯৩৫
এহিমতে তৈতে গুৰু থান পাতিলেক ।
নামঘৰ পদশিলা তৈতে থাপিলেক ।
সন্ত নাই থানে নৰজন ভক্ত থৈলা ।
গুৰুৱে ভক্তক চাই বচন বুলিলা ।
শঙ্কৰ বদন্তি ঐঠাতে থাকা ভক্তগণ ।
এহি থানে থাকি কৰা কৃষ্ণৰ কীৰ্ত্তন ।
পাচে সন্ত পাইবা লাগ এহিসে থানত ।
এহি বুলি তাসম্বাক থৈয়া সিথানত ।
নৌকা মেলি গুৰু তৈৰ হস্তে অন্তৰিলা ।
কতিপয় দিনে গৈয়া বৰদোৱা পাইলা ॥৯৪০
সপ্ত বৈকুণ্ঠৰ শক্তি বৰদোৱা থান ।
তথাতে ৰহিলা সবে কৰিয়া কীৰ্ত্তন ।
যৈতে আসি গুৰুজন তৈলা অৱতাৰ ।
অন্য ভূমি কোন সম হৈবে বৰদোৱাৰ ।
সত্ৰখান চক্ৰ আদি মত অস্ত্ৰচয় ।
চাৰি ৰূপে চাৰি বস্তু আসিয়া আছয় ।
কদম্ব, শিলিখা, বেল, আক বৃক্ষ আম ।
এই চাৰি বৃক্ষ চাৰি দিশে ভৈল ধাম ।

ধ্বজ আদি পদশিলা মধ্যে নামঘৰ ।
মুক্তে মণিকূট কৈলা শ্ৰীমন্ত শঙ্কৰ ॥৯৪৫
চাৰি দিশে চাৰি হাটি মহা ভক্তগণ ।
চাৰিও প্ৰসঙ্গে কৰে কৃষ্ণৰ কীৰ্ত্তন ॥
উত্তৰে আকাশী গঙ্গা ভক্তি সৰোবৰ ।
থান পূব দিশে থাকে ৰাম দামোদৰ ।
দক্ষিণত বাসুদেৱ লক্ষ্মী সৰস্বতী ।
বাট ভক্ত চাৰি ধাম পশ্চিমত থিতি ।
অনন্ত অচ্যুত প্ৰভু মধ্যে নিৰাকাৰ ।
জীৱক তাৰিবে লাগি ধৰিলা আকাৰ ।
পঞ্চ ক্ষেত্ৰ আদি ব্ৰহ্মপুত্ৰ তীৰ্থৰাজ ।
ভক্তি পাই ইসবেও তৰিল সামৰাজ ॥৯৫০
ব্ৰহ্ম গীতা শাস্ত্ৰ দিয়া জলৰ মধ্যত
ব্ৰহ্মপুত্ৰে শৰণ লৈলেক শঙ্কৰত ।
কি কহিবোঁ সিটো মই মহিমা থানৰ ।
বৈকুণ্ঠৰ সম সেহি থান মনোহৰ ।
হেন বৈকুণ্ঠক পৃথিবীত নিৰ্ম্মিলন্ত ।
সেহি বৈকুণ্ঠত প্ৰভু শঙ্কৰ বৈলন্ত ।
মাধৱ বদতি কথা শুনা সৰ্ব্বজন ।
পাচে যি কৰিলা প্ৰভু কুসুম নন্দন ।
ৰামৰাইক চাই গুৰু বুলিলন্ত বাণী ।
উজনিক ৰামৰাই চলিয়ো আপুনি ॥৯৫৫

হেঙ্গুলিয়া যদুমণি ভূঞাৰ কুমাৰ।
আৰু চন্দ্ৰ যাৰ নাম বিপ্ৰ দামোদৰ।
মোৰ কথা কই তুমি দুইকো আনা যায়।
এহি বুলি ৰামৰাইক দিলন্ত পঠাই।
হেন শুনি ৰামৰাই উজনিক গৈলা।
গুৰুৰ আদেশ দুইজনত কহিলা।
গুৰু আজ্ঞা শুনি যদুমণি দামোদৰ।
অনেক সম্ভাৰ লৈয়া আসিলা সত্বৰ।
ৰামৰাই সঙ্গে আসিলেক দুইজন।
কতিপয় দিনে পাইলা বৰদোৱা থান॥৯৬০
অনেক সম্ভাৰে সেৱা কৈলা দুয়োজনে।
ভক্তিভাৱে প্ৰণমিলা গুৰুৰ চৰণে।
সেহি বেলা মোক গুৰু বুলিলন্ত বাণী।
মাধৱ উত্তৰ দিশে চলিয়ো আপুনি।
পৰম ভকত এক জন আছে সন্ত।
ভূঞাৰ জীয়াৰী নাতি নামে পদ্মকান্ত।
মোহোৰ সমীপে তুমি তাঙ্ক আনা যায়।
এহি বুলি গুৰু মোক দিলন্ত পঠাই।
হেন শুনি মই চলি গৈলোঁ সেহি ঠাই।
গুৰু কহা মতে মই তাঙ্ক পাইলোঁ যায়।
গুৰু যেহি মতে কৈলা সেহিমতে পাইলোঁ।
গুৰুৰ সমীপে মই তাঙ্ক আনি দিলোঁ।

গুৰু পাৱে আসি পদ্মকান্তে সেৱা কৈলা ।
গুৰু তাঙ্ক দেখি বহু আশ্বাস কৰিলা ।
পদ্মকান্ত যদুমণি বিপ্ৰ দামোদৰ ।
এহি তিনি সন্ত ৰৈলা শঙ্কৰৰ ঘৰ ।
কতো দিন তিনি জনে সেহি থানে আছে ।
শুনিয়োক কথা যেন ভৈলা তাত পাচে ।
চতুৰ্ভুজ নামন্ত গোপাল মূৰ্ত্তিখানি ।
সেহি মূৰ্ত্তি ভাগৱত শাস্ত্ৰ গুৰু আনি ॥৯৭০
বুলিবে লাগিলা পাচে হেন মনে মানি ।
আশ্বাস কৰিয়া দিলা লৈলা যদুমণি ।
বাদৰাই মূৰ্ত্তি আৰু শ্ৰীভাগৱত ।
শঙ্কৰে দিলন্ত দামোদৰৰ আগত ।
সেহি মূৰ্ত্তি শাস্ত্ৰ গুৰু দুই জনক দিলা ।
তাসম্বাক চাহি গুৰু বচন বুলিলা ।
শুনা সন্ত যদুমণি বিপ্ৰ দামোদৰ ।
এহি মূৰ্ত্তি ভাগৱত আমা সমসৰ ।
মোক সম কৰি মূৰ্ত্তি মানিবা দুইখান ।
আত্মা সেৱা কৰাই ভক্তি দিয়া জীৱগণ ॥৯৭৫
এহি দুই শাস্ত্ৰ দুই কৰিবা শ্ৰৱণ ।
এহি বুলি দুইয়ো কৈলা কুসুম্ব নন্দন ।
হেন শুনি দুই সন্ত মহা বঙ্গ মনে ।
ভক্তি ভাৱে প্ৰণামিলা গুৰুৰ চৰণে ।

৭

সেহি বেলা দুইকো গুৰু দিলন্ত বিদায় ।
হেন শুনি গৈলা দুয়ো চলি নিজ ঠাই ।
যদুমণি দামোদৰে নিজ গৃহ পাইলা ।
সেহি বেলা গুৰু পদ্মকান্তক বুলিলা ।
শঙ্কৰ বদতি কথা শুনা পদ্মকান্ত ।
মোহোৰ পৰম ভক্ত তুমি সে একান্ত ॥৯৮০
সেহিসে কাৰণে মই অনাইলোঁ তোমাক ।
তুমি সন্ত হৈবে লাগে জীৱ তৰাইবাক ।
কমলাবাৰীৰ স্থান পৰম সুন্দৰ ।
তহিতে আছয় নৱ ভক্ত শ্ৰেষ্ঠতৰ ।
পৰম পুণ্যৰ সিটো সাদিনীয়া থান ।
তৈতে তুমি গৈয়া তাৰিয়োক জীৱগণ ।
বৈকুণ্ঠৰ নাথ লক্ষ্মীকান্ত মূৰ্ত্তিখানি ।
আশ্বাস কৰিয়া প্ৰভু তাঙ্ক দিলা আনি ।
নাম যে মালীকা শাস্ত্ৰ ভক্তি মধ্যে সাৰ ।
পদ্মকান্ত হাতে নিয়া দিলন্ত ঈশ্বৰ ॥৯৮৫
মূৰ্ত্তি শাস্ত্ৰ দিয়া গুৰু তাঙ্ক ভক্তি দিলা ।
সাদিনীয়া থানে গুৰু তাহাঙ্ক পাচিলা ।
পৰম আশ্বাস কৰি তেহুঁকো পাঞ্চন্ত ।
তান লগে যাইবে গুৰু মোহোক বোলন্ত ।
গুৰু বোলে মাধৱ তুমি বচন শুনিয়ো ।
পদ্মকান্ত সমে তুমি উজনিক যায়ো ।

সাদিনীয়া থানে আঙ্ক পাতিবা মহন্ত।
এতেক বুলিয়া গুৰু মোহক পাঞ্চন্ত।
হেন শুনি পদ্মকান্তে কৰন্ত প্ৰাৰ্থন।
গুৰুপদ সেবিয়া থাকিবোঁ ইটো থান।
প্ৰভুৰ চৰণ এৰি নযাইবোঁ অন্তৰি।
নহৈবোঁ মহন্ত মই প্ৰভু সঙ্গ এৰি।
পদ্মকান্তে গুৰু আগে এহি প্ৰাৰ্থিলেক।
হেন শুনি মোক চাই গুৰু বুলিলেক।
এহি বুলি সন্ত নহৈলেক পদ্মকান্ত।
মোৰ বাক্যে পাচে তুমি পাতিবা মহন্ত।
এহি বুলি পদ্মকান্তক মোক গতাই দিলা।
সিকাৰণে পদ্মকান্ত মোৰ লগে ৰৈলা।
গুৰুক সেবিয়া ৰহিলন্ত বহু দিন।
মাধৱ বদতি কথা শুনা সৰ্ব্বজন।
যৈখানি বৈকুণ্ঠে গৈলা জগত ঈশ্বৰ।
সেহি বেলা মই তাঙ্ক বুজাইলোঁ বিস্তৰ।
অনেক প্ৰবন্ধে মই তাহাক বুজালোঁ।
সাদিনীয়া থানে সন্ত মহন্ত পাতিলোঁ।
পূৰ্ব্বে কহিয়াছে গুৰু পাতিবে মহন্ত।
সিকাৰণে পদ্মকান্তক পাতিলোঁ মহন্ত।
গুৰু দিয়া মূৰ্ত্তি শাস্ত্ৰ ভক্তৰ সহিতে।
তাঙ্ক সন্ত কৈলোঁ মই গুৰুৰ সম্মত।

গুৰু হস্তে পাইল আৰু মই দিলোঁ ভক্তি ।
গাৱৰ বদল সমে মোৰ নিজ শক্তি ॥ ১০০০
এহি সব দিয়া মই পাতিলোঁহোঁ সন্ত ।
সিকাৰণে বতুলা যে নাম হৈল খ্যাত ।
এহিমতে পদ্মকান্ত বৈলা সেহি থানে ।
মাধৱ বদতি কথা শুনা সৰ্ব্বজনে ।
শ্ৰীমন্ত শঙ্কৰ কোটি ব্ৰহ্মাণ্ড ঈশ্বৰ ।
নাহিকে উপৰ প্ৰভু শঙ্কৰত পৰ ।
নাম বিনে কলিযুগে ধৰ্ম্ম নাহি আৰ ।
সত্যে সত্যে কহোঁ জানিবাহা সাৰে সাৰ ।
সত্যে ধ্যান ত্ৰেতাত যজ্ঞ মাত্ৰ কৰে ।
কলিত কীৰ্ত্তনে ফল পাৱে সিটো নৰে ।
নাম সম অন্য আৰ নাহিকে ভকতি ।
হেন জানি সাধু সঙ্গে নামে কৰা ৰতি ।
দুৰ্ল্লভ মনুষ্য জন্ম নকৰি বিফল ।
অথিৰ জীৱন জানা পদ্মপত্ৰ জল ।
দিনে দিনে যায় আয়ু মৃত্যু চাপে কোল ।
এহি জানি নৰলোকে ৰাম কৃষ্ণ বোল ।
হেন জানি নামত কৰিয়ো সবে আশ ।
নামেসে চিণ্ডিবে সংসাৰৰ মোহপাশ ।
পূৰ্ব্বে তিনি যুগে এই ভকতি আছিল ।
আগম কৰিয়া শিৰে ঢাকিয়া ৰাখিল ॥ ১০১০

শঙ্কৰে আনিয়া ঐত ভক্তি প্ৰচাৰিলা ।
সেহি ভক্তি ধৰি নৰে সংসাৰ তৰিলা ।
ইহাৰ বৃত্তান্ত কহোঁ শুনা সব নৰ ।
নামেসে পৰম ধৰ্ম্ম কলিৰ যুগৰ ।
যৈখানি প্ৰলয় জলে হৰি শুতিলন্ত ।
নাভি কমলত ব্ৰহ্মাদেৱ জন্মিলন্ত ।
মুল ভক্তি ব্ৰহ্মা পাইলা পদ্ম কল্পত ।
চাৰি শ্লোকে চাৰি বেদ কৰিলা প্ৰস্তুত ।
পাচে শিৱে নাৰদক আঠ শ্লোক দিলা ।
নাৰদে চৈদ্ধয় শাস্ত্ৰ প্ৰকাশ কৰিলা ॥
তাত হন্তে ব্যাসে অষ্টাদশ শ্লোক কৰি ।
অঠৰ পুৰাণ শাস্ত্ৰ ভকতি উদ্ধাৰি ।
সেহি অষ্টাদশ শ্লোক শুকদেৱে আনি ।
পৃথিবীত প্ৰচাৰ কৰিলা শুকমুনি ।
হেন দেখি দেৱতাৰ মহা চিন্তা ভৈলা ।
সেহি হেতু ভক্তি জ্ঞান লুকাই ৰাখিলা ।
হেন দেখি ঈশ্বৰৰ দয়া সম্পাজিলা ।
মুণ্ড ভাঙ্গি পৃথিবীত ভক্তি প্ৰচাৰিলা ।
শয়নে ভোজনে ভক্তি কৰিলা প্ৰচাৰ ।
শঙ্কৰ স্বৰূপে হৰি জগত ঈশ্বৰ ।
হেন শঙ্কৰৰ ভক্তি সবে কৰা পান ।
মুখে নাম গাইলে পাই বৈকুণ্ঠত স্থান ।

নাম সম অন্য আৰ নাহিকে ভকতি
আদি যে চৰিত্ৰ পদ ভৈলা সমাপতি।
মাধৱ বদতি কহে শুনা সভাসদ।
ভৈল পূৰ্ণ আদি যে চৰিত্ৰৰ পদ।
ভণে ভৃত্য মাধৱে এৰিয়া আন কাম।
নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম।






প্ৰকাশকে লিখা বা প্ৰকাশ কৰা তলত নাম দিয়া পুথিবোৰ আমাৰ ওচৰত কিনিবলৈ পোৱা যায়। ১ টকাতকৈ সৰহ ধনৰ কিতাপ নিলে শতকৰা ২৫৲ টকাকৈ কমিচন দিয়া যায়। ডাক মাচুল বেলেগ।

১। অসমীয়া খেতি ... ৸০

২। অভিমন্যু বধ নাটক ... ৷৷৵০

৩। আদি চৰিত ... ৷৷০

৪। স্যমন্ত-হৰণ নাটক ... ৷৷০

৫। সাধু কথা (যন্ত্ৰস্থ) ... ১৲

৬। অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী (যন্ত্ৰস্থ) ৩৲

শ্ৰীভুবনচন্দ্ৰ দাস।